# বিশ্ব-দীপ বাপুজী

বেগম মফিদা আহমদ
যোৰহাট

জ্যোতি প্ৰকা . সঙ্ঘ
তেজপুৰ—অসম

স্বাধীনতা-যুঁজৰ শ্বহীদ সকলৰ
পবিত্ৰ-স্মৃতিত।

# অভিমত

— — : — —

শ্ৰদ্ধেয়া বেগম মফিদা আইদেউৰ বাক্‌শক্তিয়ে শ্ৰোতাক মুগ্ধ কৰে। বিষয় বস্তুৰ পৰা তেখেতে কেতিয়াও ফালৰি কাটি নাযায়। বেহা লগাই কথা কোৱা, বাকপটুতা আৰু ওজস্বিণী ভাষাই তেখেতৰ বক্তৃতা শুনিবলৈ আমাক টানি নিয়ে। এই খিনি গুণ তেখেতৰ লিখনিতো পাই আমি সচাঁই বং পাইছো।

যি কোনো দৃষ্টি-ভঙ্গীৰ পৰা চালে মহাত্মাজীৰ বিৰাট আৰু অশেষ গুণ পৰিমাৰ ওৰ নপৰে। তেখেতৰ সামান্য বিষয় এটাও পেলনি নাযায়। এনে এগৰাকীৰ জীৱনী লিখি বেগম আইদেৱে সম্পূৰ্ণ কৃতিত্ব লাভ কৰিছে। এই মহান জীৱনীৰ একোৱেই বাদ পৰা নাই। তাতে আইদেউৰ হাতত পৰি সোণত সুৱগা চৰিছে।

হাতে লিখা অৱস্থাতে চাবলৈ দিয়াত লিখিকাৰ শলাগ লৈছো। অনতিপলমে ইয়াক প্ৰকাশ কৰি জাতিৰ কৃতজ্ঞতা গ্ৰহণ কৰোক আমি ইয়াকে কামনা কৰিলো।

১১—৬—৫১ } শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ
তেজপুৰ

# নিবেদন

—:০:—

ভাৰতবাসীৰ হিয়াৰ প্ৰদীপ মহাত্মাজীৰ পূণ্যময় জীৱন কাহিনীক ৰূপ-দান, মোৰ দৰে নিঃকিন সেৱিকাৰ তুলিকাত শোভা নেপায়। তাৰোপৰি, মহাত্মাৰ হিয়াৰ সপোন স্বাধীন ভাৰত গঢ়া সংগ্ৰামত যি সকল নিষ্ঠাৱান সৈনিকে মহৎ অংশ গ্ৰহণ কৰি অসম প্ৰান্তৰ গৌৰৱ ৰক্ষা কৰিছিল, অসম জননীৰ সেই মুখোজ্জলকাৰী বৰ্ত্তমান সন্তান সকলৰ মহাত্মা সম্বন্ধে থকা পৰিষ্কাৰ অভিজ্ঞতাৰ পোহৰত মোৰ এই প্ৰয়াস যে ম্লান হৈ পৰিব, ই নিশ্চিত।

তেখেতসকলৰ নিখুঁত অভিজ্ঞতাৰ অৱমাননা হব—এই ভয় অন্তৰত লৈয়ে, শ্ৰদ্ধা—অৱনত চিত্তে মাথো মহামানৱৰ ধাৰাবাহিক জীৱনৰ এটি চমু পৰিচয়—লগতে তেখেতৰ অমৰ সাধনাৰ মূৰ্ত্ত-বিকাশ ভাৰতৰ স্বাধীনতা আনয়নত দেশৰ সৰ্ব্ববৃহৎ গণ-অনুষ্ঠান জাতীয় কংগ্ৰেছৰ অভিনৱ অৱদানৰ এটি ক্ষীণ আভাষ দীঘলীয়া প্ৰবন্ধাকাৰে পঢ়ুৱৈ সমাজলৈ আগ বঢ়ালো।

এটা বিৰাট জাতিৰ যিজন আছিল—স্ৰষ্টা, মুক্তিদাতা, পথ-প্ৰদৰ্শক, উপ-মহাদেশ এখনৰ শিক্ষা-সংস্কৃতি দৰ্শণ আৰু আধ্যাত্মিকত্বৰ মূৰ্ত্ত প্ৰতীক, সিজনাৰ ৰূপ কি তুলাপাতত ফুটাই তোলা সম্ভৱপৰ? মহামতি আইনষ্টাইনে ঠিকেই কৈছিল যে, তেজ-মঙহেৰে গঢ়া এনে এজন লোকে এই পৃথিৱীত খোজ পেলাইছিল বুলি হয়তো পিচৰ যুগৰ মানুহে বিশ্বাস নকৰিব।

কোৱা বাহুল্য—মহাত্মা গান্ধীৰ জীৱনেই ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস। বিনা ৰক্তপাতে মুক্তি লাভ কৰা পৃথিবীৰ বুৰঞ্জীত এটা অদ্ভূত ঘটনা আৰু সেইয়ে মহাত্মাজীৰ জীৱনৰ সৰ্ব্বপ্ৰধান কৃতকাৰ্য্যতা। সেয়েহে, অসমী কবিয়ে প্ৰাণ খুলি গাইছে —"লাঞ্ছিত ভাৰতৰ বাঞ্ছিত মানৱক তুমিয়েই দিলা জাতিৰ গৰ্ব্ব বিশ্ব সভাত স্থান; আজি ভাৰতৰ স্বাধীন নিচান, ই যে তোমাৰেই দান।"

ভাৰত-প্ৰাণ মহাত্মাই স্বাধীনতাৰ ছবিটি চাইয়েই ক্ষান্ত হোৱা নাছিল; স্বাধীন ভাৰত সু-ৰক্ষিত আৰু সু-প্ৰতিষ্ঠিত হবৰ কাৰণে নিজৰ মহাপ্ৰাণ আহুতি দি যীশু খৃষ্টৰ দৰেই শ্বহীদ হল।

ভাৰত ধৰ্ম্ম-পৰায়ণা বিদুষী এনি বেছান্তে ডেৰকুৰি বছৰৰ আগতে কৰা মন্তব্য——"I recognise in this man so frail and yet so mighty, one of those, whose names live in history among those, of whom it is said "He saved others, himself he could not save" মহাসত্যত পৰিণত হল। জগদ্বিখ্যাত ফৰাছী সাহিত্যিক ৰোঁমা-ৰোঁলায়ে৷ তেখেতৰ "মহাত্মা- গান্ধী" নামৰ বিখ্যাত গ্ৰন্থত অনুৰূপ ভবিষ্যদ্বাণী প্ৰকাশ কৰি লিখিছিল—"কোনে জানে, মহামানৱৰ মহাবাণীয়েই হয়তো শেষত ক্ৰুছত পৰিণত হব!"

মহামানৱৰ সেই তেজ-ৰঙা মানৱ কল্যাণৰ মহীয়ান আদৰ্শত জাতি উদ্বুদ্ধ হব পাৰিলেহে মহাত্মা বন্দনা সাৰ্থক হব।

যি সকল সদাশয় লোকে এই পুথি প্ৰকাশত নানা ভাৱে মোক সহায় কৰিছে, সেই সকলৰ ওচৰত মই বিশেষ ভাৱে ঋণী।

সামৰণিত কওঁ যে, সাহিত্য-ক্ষেত্ৰত এইয়ে মোৰ প্ৰথম

উদ্যম ; গতিকে, ইয়াত বৈ যোৱা ভুল-ভ্ৰান্তি সমূহ দয়া কৰি যেন আঙুলিয়াই দিয়ে, সহৃদয় সুধী সমাজলৈ এইয়ে মোৰ বিনীত নিবেদন।

লিখিকা

———

# বিষয়-সূচী




# বিশ্ব-দীপ বাপুজী

—•)O(•—

## যুগৰ-সূচনা

বিশ্ব মানৱৰ কল্যাণৰ কাৰণেই মহাপুৰুষ সকলৰ আবিৰ্ভাৱ। অধৰ্ম্ম যেতিয়া প্ৰবল হৈ সমাজ আৰু ৰাষ্ট্ৰৰ অস্বস্তিকৰ বিশৃঙ্খলা ৰচনা কৰে, সবলৰ হাতত যেতিয়া দুৰ্ব্বলৰ পীড়ন হয়, সেই সময়ত সৃষ্টিকৰ্ত্তাৰ বিধান অনুযায়ী একোজন সত্যদ্ৰষ্টা মহাপুৰুষৰ আবিৰ্ভাৱ ঘটে। যাৰ প্ৰেৰণাৰ জোৱাৰে স্থিতিশীলতা নাশি যুগক ৰূপান্তৰিত কৰে। সেই পৰিবৰ্ত্তনৰ ফলত ৰাষ্ট্ৰ, সমাজ আৰু সভ্যতা প্ৰাণৱন্ত হৈ উঠে আৰু জাতিৰ সকলো প্ৰকাৰ অধিকাৰ ক্ষেত্ৰত এক অপূৰ্ব্ব স্পন্দন পৰিলক্ষিত হয়।

স্মৰণাতীত কালৰে পৰা পৃথিৱীৰ বিভিন্ন জাতিৰ মাজত দেখা দিয়া ভিন্ ভিন্ যুগৰ সাধক-তপস্বী সকলৰ কঠোৰ সাধনালব্ধ অমৰ তথ্যক যিজনে নিজৰ জীৱনৰ মাজেদি প্ৰকাশ কৰি গল, সেই যুগ-ভাস্কৰেই মহাত্মা-গান্ধী নামে সৰ্ব্বজন-বিদিত মহাপুৰুষ। ভাৰতৰ ভাগ্যাকাশত

এই উজ্জ্বলতম জ্যোতিষ্কৰ চিৰ-ভাস্বৰ লীলা দেখা পোৱাৰ সৌভাগ্যৰ বিষয়ে ভাবিলেও বিস্ময় লাগে। "মোৰ জীৱনেই মোৰ বাণী" এই উক্তি মাথো আধুনিক জগতত একমাত্র গান্ধীজীয়েহে সফল কৰিব পাৰিছিল।

মহাত্মাজীয়ে তেওঁৰ উদ্ভাবিত কৰ্ম্ম-পন্থাবোৰ বাস্তৱ ক্ষেত্রৰ প্ৰযোজ্য হয় নে নহয়, তাক নিৰ্ণয় কৰিবলৈ প্ৰথমে নিজৰ ওপৰতে সকলোটি পৰীক্ষা কৰি চাই সফলকাম হলেহে আনকো সেই কামলৈ আহ্বান জনাইছিল।

তেখেতৰ সাধনা মাথো ভাৰতৰ মুক্তি প্ৰতিষ্ঠাতে সীমাবদ্ধ নাছিল। বিশ্ব-মানৱৰ পুঞ্জীভূত বেদনাৰ প্ৰতিকাৰ কৰাই তেখেতৰ অম্লান কৰ্ম্মৰাজিৰ অন্তৰ্গত আছিল। ভেদ-বিৰোধ, হিংসা-বৈষম্য আদিৰে অভিভূত জগতক আত্মপ্ৰতিষ্ঠাৰ যি অভিনৱ পথ প্ৰদৰ্শন কৰি গৈছে, সেই পথেই অহিংসা বা প্ৰেমৰ পথ। এই প্ৰশান্ত শক্তিৰ আগত সমগ্ৰ বিশ্বৰ হিংস্ৰ বল নত হৈ ৰব। মহাত্মাই সত্য আৰু প্ৰেমৰ মহিমাৰে জগতবাসীৰ অন্তৰ জয় কৰি অপৰিশোধনীয় ঋণেৰে ঋণী কৰি গৈছে।

ভাৰতবৰ্ষৰ বহুযুগব্যাপী অন্ধতা, জাতি-ভেদ, ধৰ্ম্ম-বিৰোধ আদিৰ তথ্য সন্ধানত মহাযোগীয়ে যিদিনাই কঠোৰ তপস্যা আৰম্ভ কৰিলে, সিদিনাৰে পৰা যুগ-প্ৰৱৰ্ত্তকৰ অভিযান আৰম্ভ হৈছিল বুলিব পাৰি। বিৰামহীন সেই অভিযান! অবাৰিত তাৰ গতি! সি যেন আধুনিক যুগৰ এটি বিৰাট

বৈজ্ঞানিক গৱেষণাগাৰ! গৱেষণাৰূপী সাধন মন্দিৰত বহি মহামানৱে বিবিধ ৰহস্যৰ তথ্য উদ্ঘাটনত সাধনামগ্ন! অৱশেষত সাধনাৰ সিদ্ধিলাভ আৰু নিজ ধ্যানধাৰণাৰ সত্যতা প্ৰমাণ কৰিবলৈ প্ৰাণ-পণ প্ৰয়াস! মহাত্মাৰ এই সাধনাত কত বিভীষিকাই দেখা দিলে! কিন্তু তেখেতৰ আত্মিক শক্তিৰ প্ৰভাৱত সকলো নিষ্প্ৰভ হৈ পৰিছিল।

মহাত্মাজীৰ বিষয়ে কবলৈ গৈ কবিগুৰু ৰবীন্দ্ৰনাথে কৈছিল—"বাহিৰা শক্ৰৰ লগত যুঁজ দিয়াতকৈ নিজ অন্তৰৰ শক্ৰক পৰাজিত কৰিব পৰাটোহে মনুষ্যত্বৰ চৰম পৰীক্ষা; এই দুৰূহ সংগ্ৰামত মহাত্মাজী জয়ী হৈছে—তেওঁৰ সাধনা দেশে গ্ৰহণ নকৰিলে তেখেতৰ প্ৰতি জনোৱা প্ৰশংসা-বাক্যৰ কোনো মূল্য নেথাকে।" বিশ্ব-কবিয়েই ১৯১৫ চনত গান্ধীজীক মহাত্মা নামে অমৰ আখ্যাৰে অভিহিত কৰিছিল।

মহাত্মাই ৰাজনীতিক ধৰ্ম্মনীতিৰ দৰে সূক্ষ্ম জগতলৈ তুলি নিয়ে। যি সত্যৰ অপৰাজেয় মহাবাণীৰে তেও পৰাধীনতাৰ কবলত অস্তিত্ব হেৰুৱাবলৈ উপক্ৰম কৰা হতাশা-সম্বল জাতি এটাৰ প্ৰাণত অলৌকিক সঞ্জীৱনী-সুধা ঢালি দিছিল, নিৰস্ত্ৰ হৈয়ো বৃটিছ সম্ৰাজ্যবাদৰ ভেটী কঁপাই তুলিছিল, সেই মহান নীতিৰ ওচৰত জগতে চিৰকাল হাত পাতি থাকিব—ই নিঃসন্দেহ।

ৰাজনীতিক, সংগঠনকাৰী, জনগণৰ নেতা আৰু নৈতিক

সংস্কাৰক হিচাপে তেওঁ যেনে মহান, মানুহ হিচাপে তেওঁ আৰু মহত্বৰ—এইয়ে গান্ধীজীৰ জীৱনৰ বিশেষত্ব। তেওঁ প্ৰকৃতেই মানৱ প্ৰেমৰ মূৰ্ত্ত-প্ৰতীক। হিংসাত উন্মত্ত পৃথিৱীত তেওঁ শান্তিৰ অৱতাৰ ৰূপে প্ৰেৰিত হৈছিল। শাসকৰ নিৰ্য্যাতনৰ বিৰুদ্ধে তেওঁ শাসিতৰ বৰ্ম্ম-ৰূপে বিৰাজমান। সমাজৰ অন্যায়-গণ্ডীৰ বিৰুদ্ধে দণ্ডায়মান অৱহেলিতৰ মুক্তি-দূত ৰূপে আৰু অমানুষিকতাৰ প্ৰায়শ্চিত্তাৰ্থে অকাতৰে উছৰ্গা কৰিছে নিজৰ জীৱন!

স্বাধীন-ভাৰত নিৰ্ম্মাণৰ আৰাধ্য-যজ্ঞ সমাপনতে মহাত্মাৰ জীৱনৰ চৰম লক্ষ্য শেষ হোৱা নাছিল; সেয়েহে দেশ জুৰি স্বাধীনতাৰ বিজয়োল্লাসৰ দিনা তেওঁ বেলেঘাটৰ শ্মশানত মানৱতাৰ জীৱন্ত স্পৰ্শৰ সাধনাত মগ্ন হৈছিল।

ভাৰতবাসীৰ চেনেহৰ বাপুজীয়ে ১২৫ বছৰ কাল জীয়াই থাকি তেওঁৰ সপোনৰ ভাৰতবৰ্ষ ৰামৰাজ্য প্ৰতিষ্ঠা কৰি সেই আদৰ্শেৰে জগত অনুপ্ৰাণিত হোৱা চাবলৈ বিচাৰিছিল। কিন্তু দুৰ্ভগীয়া ভাৰতবাসী! দুহেজাৰ বছৰৰ আগতে স্বৰ্গৰাজ্য স্থাপনৰ বাণী প্ৰচাৰ কৰিবলৈ আহি যীশু-খৃষ্টই স্বজাতিৰ হাতত ক্রুছ বিদ্ধ হৈ দেহত্যাগ কৰিছিল, জাতিৰ পিতাক অস্ত্ৰাঘাত কৰি ভাৰতেও সেই কলঙ্কৰ মালাকেই ডিঙ্গিত আঁৰি ললে। ক্ষমা-সুন্দৰ মহাত্মাই হয়তো শেষ নিশ্বাসৰ লগে লগে ভগবানৰ

ওচৰত হত্যাকাৰীৰ ক্ষমা প্ৰাৰ্থনা জনালে।

মহাত্মাই মৃত্যুক জয় কৰি ভাৰতবৰ্ষক অনুপ্ৰাণিত কৰিছে। জীৱন জয়ৰ সেই শাশ্বত বাণী বহু যুগ-যুগান্তৰলৈ প্ৰবাহিত হৈ থাকিব।

ভাৰত-ইতিহাসৰ স্নায়ুকেন্দ্ৰ, অতীত-বৰ্ত্তমান আৰু ভৱিষ্যতৰ সংহতিপূৰ্ণ দিল্লী নগৰীৰ সেই পবিত্ৰ ভূ-খণ্ড ভাৰত-পুৰুষৰ দেহাৰ পৰশত আৰু পবিত্ৰতৰ হৈ উঠিল। ৰাজঘাট তীৰ্থস্থানত পৰিণত হল।

—:০:—

## জন্ম আৰু শিক্ষা কাল।

—:o:—

১৮৬৯ চনৰ ২ অক্টোবৰ তাৰিখে গুজৰাটৰ অন্তৰ্গত পোৰবন্দৰত যিটি সন্তানৰ জন্মই পিতৃ কৰমচাঁদ আৰু মাতৃ পুতলীবাঈক জগতবাসীৰ লগত পৰিচয় কৰালে সেই শিশুৱেই জগত-বৰেণ্য তপস্বী, ভাৰতীয় জাতিৰ জনক, মৃত্যুঞ্জয়ী বীৰ মহামানৱ মহাত্মা-গান্ধী।

বিংশ-শতাব্দীৰ ইতিহাসৰ শ্ৰেষ্ঠতম মানুহজনৰ জন্ম কোনো আলৌকিক ঘটনাৰে পৰিবেষ্টিত হোৱা নাছিল, নাইবা শৈশৱ আৰু বাল্যকালতো তেওঁৰ ভাবী বীৰাটত্বৰ কোনো বিদ্যুৎ আভাষ দেখা নগৈছিল। পিতা-মাতাৰ কনিষ্ঠ সন্তান আছিল মহাত্মাজী!

গান্ধীজীৰ প্ৰপিতামহৰ পৰা পিতাকলৈকে তিনি পুৰুষে কাথিয়াৱাৰৰ বিভিন্ন ষ্টেটত দেৱানীগিৰি কৰিছিল! গান্ধীজীৰ পিতামহ উত্তমচাঁদ গান্ধী জুনাগড় ৰাজ্যৰ দেৱান আছিল। কথিত আছে, পোৰবন্দৰৰ নবাবক বাওঁহাতে অভিবাদন জনোৱাৰ অভিযোগত তেওঁক সেই ঠাইৰ পৰা বহিষ্কাৰ কৰা হৈছিল। নবাবে এই অন্যায় আচৰণৰ কাৰণ প্ৰদৰ্শাবলৈ জনোৱাত উত্তৰ পাইছিল যে "যি হাত

পোৰবন্দৰৰ সেৱাত নিয়োজিত, আনৰ তাত অধিকাৰ নাই।” গান্ধীজীৰ পিতাকো দৃঢ় প্ৰকৃতিৰ লোক আছিল। ৰাজকোট ৰাজ্যৰ দেৱান হৈ থকা কালত এবাৰ এজন বৃটিছ পলিটিকেল্ এজেণ্টে সেই ৰাজ্যৰ নিন্দা কৰাত কৰমচাঁদ গান্ধীয়ে সদম্ভে তাৰ প্ৰতিবাদ জনায়। ফলত, তেওঁক গ্ৰেপ্তাৰ কৰি ক্ষমা-প্ৰাৰ্থনা কৰিবলৈ জোৰ দিয়া হয়; কিন্তু কোনো প্ৰকাৰে ক্ষমা প্ৰাৰ্থনা সম্ভৱ হৈ নুঠাত অৱশেষত বাধ্য হৈ তেওঁক এৰি দিয়ে। পূৰ্ব্বপুৰুষৰ এই শৌৰ্য্য-বীৰ্য্য মহাত্মাজীৰ গাতো বিদ্যমান আছিল।

গান্ধী পৰিয়াল বৈষ্ণৱ-ধৰ্ম্মী আছিল। গান্ধী জননী পুতলীবাঈ অতি ধৰ্ম্মপৰায়ণা আছিল। উপাসনা নকৰাকৈ তেওঁ এটুপি পানীও গ্ৰহণ নকৰিছিল। ধৰ্ম্ম-নিষ্ঠাৰ দৰে সাংসাৰিক ক্ষেত্ৰতো তেওঁ তীক্ষ্ণ প্ৰতিভাৰ পৰিচয় দিছিল। পিতাৰ কৰ্ত্তব্যনিষ্ঠা আৰু জননীৰ ধৰ্ম্ম প্ৰৱণতা শিশু মোহনদাসৰ চৰিত্ৰতো বিশেষভাবে প্ৰতিবিম্বিত হৈছিল।

বাল্যাৱস্থাত মহাত্মাজী মেধাবী ছাত্ৰ নাছিল। কিন্তু, গুৰুজনৰ প্ৰতি প্ৰগাঢ় ভক্তি, সত্যনিষ্ঠা, সৰলতা আদি সদ্গুণ বিলাক তেওঁ শৈশৱতে আয়ত্ব কৰি লৈছিল। ল'ৰা কালত “হৰিশ্চন্দ্ৰ” নাটকৰ অভিনয়ে

তেওঁৰ হিয়া জয় কৰিছিল আৰু আজীৱন ৰজা 'হৰিশ্চন্দ্ৰৰ সত্যানুৰাগকে জীৱনৰ ব্ৰত ৰূপে আচৰিছিল।

ডুপতীয়াতেই মোহনদাসৰ আত্ম-শক্তিৰ নিদৰ্শণ পোৱা গৈছিল। গান্ধীজীৰ স্কুলীয়া শিক্ষাৰম্ভাত এদিন এজন পৰিদৰ্শকে স্কুল পৰিদৰ্শণ কৰিবলৈ আহি ছাত্ৰসকলক "কেটোল্" শব্দটো লিখিবলৈ দিলে। শ্ৰেণীৰ শিক্ষকে নথেৰে মজিয়াত শব্দটো লিখি দি ছাত্ৰসকলক সেই মতে লিখিবলৈ ইঙ্গিত দিলে। কিন্তু বালক গান্ধীয়ে আত্ম-প্ৰতাৰণাৰ আশ্ৰয় লব খুখুঁজিলে; তেওঁ তাৰ পৰা স্বেচ্ছাই বিৰত থাকিল। কোৱা ৰাহুল্য যে তেওঁৰ বাহিৰে সহপাঠী সকলো ছাত্ৰৰে বানান শুদ্ধ হৈছিল।

সেই সময়ৰ প্ৰথা অনুসৰি তেৰ বছৰ বয়সতে শ্ৰীমতী কস্তুৰবাৰ লগত গান্ধীজীৰ বিবাহ হয়। তেতিয়া কস্তুৰবা আছিল মাত্ৰ এঘাৰ বছৰীয়া। তেওঁলোকৰ সুদীৰ্ঘ দাম্পত্য জীৱনৰ গাঁথনি আদৰ্শ পৰি-পূৰকৰ নিৰ্ম্মল পোহৰত শুভ্ৰ আৰু সমুজ্জ্বল হৈ উঠিছিল। গান্ধীজীয়ে তেওঁৰ আত্ম-জীৱনীত এই দৰে লিখিছে—"পৃথিবীৰ কোনো তিৰোতাই কস্তুৰবাৰ সমান প্ৰভাৱ মোৰ ওপৰত স্থাপন কৰিব পৰা নাই।"

মহাত্মাৰ ষোল বছৰ বয়সত পিতাকৰ মৃত্যু ঘটে আৰু সমুদায় ভাৰ মাতৃদেবীৰ ওপৰত পৰে।

১৮৫৭ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ গান্ধীজীয়ে

কিছুদিন কলেজত অধ্যয়ন কৰে। তাৰ পাছত ১৮৮৮ চনৰ ৪ চেপ্তেম্বৰৰ দিনা বেৰিষ্টাৰী পঢ়িবৰ কাৰণে ইংলণ্ডলৈ যাত্ৰা কৰে। পুত্ৰক বিলাতলৈ পঠাবলৈ গান্ধী-প্ৰসূতিৰ প্ৰবল অনিচ্ছা। কাৰণ তেখেতে আশঙ্কা কৰিছিল যে তাত পুতেকে নানা অখাদ্য-ভোজন আৰু কু-কৰ্ম্মত লিপ্ত হৈ পৰিব। কিন্তু গান্ধীজীয়ে বিলাত-যাত্ৰাৰ পূৰ্ব্বে মদ-মাংস আৰু নাৰী-সংসৰ্গৰ পৰা আঁতৰি থাকিবলৈ মাতৃৰ ওচৰত প্ৰতিজ্ঞাৱদ্ধ হয়। এই প্ৰতিজ্ঞাই যে তেওঁক বহু প্ৰলোভনৰ পৰা ৰক্ষা কৰিছিল, ই সুনিশ্চিত।

ইংলণ্ডত ভৰি দিয়ে গান্ধীজীয়ে কেইবাটাও সমস্যাৰ সন্মুখীন হব লগা হয়, তাৰ ভিতৰত খাদ্য-সমস্যা অন্যতম। নিৰামিষ হোটেলৰ সন্ধান নোপোৱালৈকে তেখেতে অৰ্দ্ধাহাৰে নাইবা কোনো দিনা বিনা আহাৰে কটাবলগীয়া হৈছিল। তেতিয়াৰে পৰা তেওঁ নিৰামিষ খাদ্যৰ যুক্তি বিচাৰতে নিজক ন্যস্ত ৰাখিছিল। ইংৰাজ আধিপত্য-বিস্তাৰৰ মূলত তেওঁলোকৰ মদ মাংস খোৱাৰ শক্তি নিহিত থকাৰ যি ভ্ৰান্ত ধাৰণা, ছাত্ৰ জীৱনৰে পৰা তেওঁৰ হিয়াত বদ্ধমূল আছিল, সেই ভুল ভাৱ ক্ৰমাৎ একেবাৰে আঁতৰি পৰিল। অৱশেষত অশেষ চেষ্টা কৰি তেওঁ সেই ঠাইত এটা নিৰামিষাহাৰী দল গঠন কৰিলে। উক্ত সমিতি পৰিচালনাৰ ভাৰ তেওঁ নিজেই বহন কৰিছিল। লাইট-অৱ-এছিয়াৰ গ্ৰন্থকাৰ ছাৰ এড্উইন আৰ্ণল্ড্ এই সঙ্ঘৰ

উপ-সভাপতি আছিল। ডাঃ অল্ড্‌ফিল্ডে এই দলৰ মুখপত্র "দি-ভেজিটেৰিয়ান" কাকতৰ সম্পাদনা পৰিচালনা কৰিছিল।

নৃত্য সভাত যোগদান নকৰিলে সেই দেশৰ সভ্যতা ৰক্ষা নহয়; গতিকে, ছাত্র গান্ধীয়ে নাচ আৰু বাদ্য শিকিবলৈ মন মেলিলে। সেই উদ্দেশ্যে তিনি পাউণ্ড মূল্যৰ এখন বেহালাও কিনিলে। কিন্তু অতি সোনকালেই তেওঁৰ এইবিলাক মোহ আঁতৰিল আৰু বিলাতী আৱহাৱাৰ পৰা নিজক মুক্ত কৰি অধ্যয়নত মনযোগ দিলে। ইংৰাজী ভাষাত ভাল ব্যুৎপত্তি লভিবৰ অভিপ্রায়ে তেওঁ লণ্ডনৰ মেট্রিকুলেছন পৰীক্ষা পাছ কৰে। এই পৰীক্ষাৰ সম্পৰ্কত তেখেতে লেটিন আৰু ফৰাছী ভাষাও শিকে।

বিলাতত থাকোতে দুজন থিয়ছফিষ্টৰ লগত গান্ধীজীৰ পৰিচয় হয়। তেওঁলোকে গান্ধীজীক তেওঁলোকৰ সঙ্ঘত যোগদান কৰাৰ অনুৰোধ জনোৱাত তেখেতে উত্তৰত কৈছিল যে স্বধৰ্ম্মৰ মূল তথ্য নজনাকৈ অন্য ধৰ্ম্ম সম্প্র-দায়ত যোগ দিবলৈ তেখেত অপাৰগ। ইয়াতেই তৰুণ গান্ধীৰ নিজস্ব ধৰ্ম্মৰ প্রতি দৃঢ়-আন্তৰিকতা পৰিলক্ষিত হয়। মহাত্মাজীয়ে বিলাতত গীতা পাঠ আৰম্ভ কৰে। ছাৰ এড্‌উইন আৰ্ণল্ডৰ গীতাৰ অনুবাদ পঢ়ি মহাত্মাজী চমৎকৃত হল আৰু ধৰ্ম্মগ্রন্থৰ প্রতি তেওঁৰ প্রবল অনুৰক্তি জন্মিল তেখেতে বিভিন্ন ধৰ্ম্মৰ গ্রন্থৰাজি আগ্রহেৰে পঢ়িবলৈ লাগিল। গীতা আৰু বাইবেলৰ ত্যাগৰ সঙ্কেতত গান্ধী-

জীয়ে সুনিয়ন্ত্রিত জীৱনৰ সন্ধান পালে। মহামতি কাৰ্লইলৰ "Hero and Hero worship" গ্ৰন্থও তেখেতে. বিশেষ মনযোগেৰে পাঠ কৰিছিল।

১৮৯১ চনৰ ১০ জুন তাৰিখে গান্ধীজী বেৰিষ্টাৰ নামে পৰিচিত হ'ল। তিনি দফা প্ৰতিশ্ৰুতি ৰক্ষা কৰি বেৰিষ্টাৰ গান্ধীয়ে ১২ জুনৰ দিনা ভাৰত অভিমুখে ৰাওণা হয়। দুখৰ বিষয়, তেখেত আহি ঘৰ পোৱাৰ কিছু দিনৰ আগতেই তেখেতৰ মাতৃদেৱীয়ে নশ্বৰ দেহা ত্যাগ কৰিছিল। হায়! যি পুণ্যৱতী জননীৰ সৰলতা ভৰা মুখখনিৰ ছবিকে ধিয়াই তেখেতে বিদেশত সুদীৰ্ঘ কাল অতিবাহিত কৰিছিল, ঘৰলৈ উলটি আহি সেই অতি চেনেহৰ মুখখনি দেখিবলৈ নেপালে! গভীৰ শোকত গান্ধীজী অভিভূত হৈ পৰিল। কিন্তু পিছলৈ দেশ মাতৃকাই তেখেতৰ জননীৰ শূন্য আসন খনি পূৰণ কৰিলে।



# বেৰিষ্টাৰ গান্ধীৰ আফ্ৰিকা প্ৰবাস

—:০:—

দেশলৈ আহি গান্ধীজীয়ে প্ৰথমে বম্বে হাইকোৰ্টত যোগদান কৰে। কিন্তু বাল্যকালৰে পৰা তেওঁ লাজকুৰীয়া প্ৰকৃতিৰ হোৱাত, মহানগৰীৰ উচ্চ-ন্যায়ালয়ত ওকালতিৰ প্ৰথম প্ৰচেষ্টাত ব্যৰ্থকাম হয় আৰু অনতিপলমে সেই ঠাই এৰি ৰাজকোটত আইন ব্যৱসায় আৰম্ভ কৰে। তাতো দুৰ্য্যোগে তেওঁৰ লগ এৰা নাছিল। এদিন আকস্মিকে ৰাজকোটৰ পলিটিকেল্ এজেন্টৰ দুৰ্ব্ব্যৱহাৰত তেখেত চিন্তান্বিত হৈ পৰিছিল। ঘটনাক্ৰমে এই সময়তে দক্ষিণ আফ্ৰিকালৈ যোৱাৰ সৌভাগ্যই গান্ধীজীক ধৰা দিয়ে।

দক্ষিণ আফ্ৰিকাৰ নাটালস্থ দাদা আবদুল্লা কোম্পানী নামক এক ব্যৱসায় প্ৰতিষ্ঠানে কোনো এটা মোকৰ্দ্দমা সংক্ৰান্তত মহাত্মাক আইন উপদেষ্টা হিচাবে নিয়োগ কৰিবলৈ তেওঁৰ সন্মতি বিচাৰিলে। ইতিমধ্যে ভাৰত এৰাৰ মানসে ব্যাকুল হৈ পৰা গান্ধীজীয়ে এই প্ৰস্তাৱ সানন্দে গ্ৰহণ কৰিলে। ১৮৯৩ চনৰ এপ্ৰিল মাহত তেওঁ ভাগ্য-পৰীক্ষাৰ আকুল বাসনাৰে ভাৰত এৰি দক্ষিণ-আফ্ৰিকা মুৱা হল। সেই মাহৰ শেষ ভাগত তেখেতে নাটালত পদাৰ্পণ কৰে। কোনে জানিছিল, ভাৰতৰ জনগণৰ দৃষ্টিৰ

আঁৰত বিধাতাই ২৪ বছৰীয়া তৰুণ যুৱকক ভাৰতৰ ভাগ্য-নিয়ন্তা কৰি তোলাৰ আয়োজন সেই দিনাই আৰম্ভ কৰিছিল বুলি? কোৱা বাহুল্য—এই দক্ষিণ-আফ্ৰিকা পৰ্ব্বই গান্ধী জীৱনৰ আত্ম-নিৰ্ম্মাণৰ পৰ্ব্ব।

যি গোচৰৰ কাৰণে গান্ধীজী সুদূৰ আফ্ৰিকাত উপনীত হৈছিল, সেই গোচৰৰ দুটা পক্ষ দুখন বেলেগ ৰাজ্যত বসতি কৰিছিল। এক পক্ষ নাটালত আৰু আন পক্ষ প্ৰিটোৰিয়াত। গতিকে, তেওঁ প্ৰিটোৰিয়ালৈও যাব লগীয়া হৈছিল। নাটাল ইংৰাজৰ শাসনাধীন আৰু প্ৰিটোৰিয়া বুৱৰ-অধিকৃত ট্ৰান্সভালত অৱস্থিত। পৰ্ট নাটালৰ অন্য নাম ডাৰবান।

সেই সময়ত বেৰিষ্টাৰ গান্ধীৰ সাজ-পাৰত ফ্ৰককোটে ঠাই পাইছিল যদিও মূৰত সদায় পাগুৰী ৰাখিছিল। যিদিনা দাদা আবহুল্লাই ডাৰ্ব্বান-ন্যায়ালয়ত মহাত্মাক উপস্থিত কৰালে সেই দিনাই সংঘৰ্ষৰ সৃষ্টি হল। বিচাৰকে গান্ধীজীক পাগুৰী খুলিবলৈ আদেশ দিলে; কিন্তু মহাত্মাই সেই কাৰ্য্য কৰিবলৈ অমান্তি হৈ বিচাৰ গৃহ পৰিত্যাগ কৰি গুচি আহিল। উক্ত ঘটনাৰ পাছতো গান্ধীজীয়ে পাগুৰী পৰিধান কৰিছিল আৰু তাক সমৰ্থন কৰি সংবাদ-পত্ৰত আলোচনা চলাইছিল। ডাৰবানত সেই সময়ত যি কোনো ভাৰতীয় সম্প্ৰদায় বা ব্যৱসায়ৰ-লোকেই "কুলী" নামে অভিহিত হৈছিল; তদনুসাৰে

গান্ধীজীয়েও "কুলী-বেৰিষ্টাৰ" নামেই প্ৰসিদ্ধি লাভ কৰিছিল।

শান্তিকামী মহাত্মাক আইন-জীৱিকাৰ মেৰজালে আগুৰিব পৰা নাছিল। কোনো গোচৰত অন্যায়ৰ আভাস পালেই তেওঁ ততালিকে, লোৱা টকা পৰ্য্যন্ত ঘূৰাই দি তাক পৰিত্যাগ কৰিছিল। পৰস্পৰে গোচৰ কৰি সৰ্ব্বস্বান্ত হোৱাটো তেওঁৰ অসহনীয় বোধ হৈছিল। সেই কাৰণে আপোচ-মীমাংসাৰ কথা জনাবলৈ, অপৰ পক্ষক লগ ধৰিবৰ অৰ্থে তেওঁ ট্ৰান্সভাললৈ যাত্ৰা কৰে।

ট্ৰান্সভালৰ পথত যিদিনা গান্ধীজীয়ে নাটালৰ ৰাজধানী মাৰ্টিছবাৰ্গত ৰয়হি, তেতিয়া নিশা ৯ টা বাজিছে। এজন বগা যাত্ৰীয়ে গান্ধীজী থকা গাড়ীখনত উঠিবলৈ আহি "কালা-আদমী" বুলি ভোৰভোৰাই গুচি গল। ইতিমধ্যে কেইজনমান ৰেল-কৰ্ম্মচাৰী আহি তেওঁক তৃতীয় শ্ৰেণীৰ কোঠাত যাবলৈ নিৰ্দ্দেশ কৰিলে। গান্ধীজীয়ে যথাৰীতি প্ৰথম শ্ৰেণীৰ টিকট কিনাৰ যুক্তি দেখুৱাই নামিবলৈ অস্বীকৃত হ'ল; কিন্তু পুলিচৰ সহায়ত তেওঁক জোৰেৰে তাৰ পৰা নমাই দিয়া হল। দাৰুণ শীতৰ হেঁচাত গোটেই নিশা গান্ধীজীয়ে প্লেট্‌ফৰ্মতে কটাবলৈ বাধ্য হল। নৈশ-অন্ধকাৰ ভেদি পৰাধীনতাৰ কদাকাৰ ৰূপটো মহাত্মাৰ চকুত প্ৰদীপ্ত হৈ উঠিল। পিচদিনা পুৱা ৰেলৰ উচ্চতম কৰ্ত্তৃপক্ষ আৰু শেঠ আবদুল্লালৈ তাঁৰ কৰা হয়। আগন্তুক বিপদৰ আশঙ্কা হিয়াত সামৰি তেখেতে পুনৰ প্ৰথম

শ্ৰেণীত যোৱাৰেই সিদ্ধান্ত কৰি বাৰ্থ এটা বিজাৰ্ভ কৰি ললে আৰু নিৰ্ব্বিঘ্নে আহি চাৰ্লছ-টাউন পালেহি। ইয়াৰ পৰা তেওঁৰ গন্তব্যস্থানলৈ এছোৱা বাট ঘোঁৰা গাড়ীত যাব লাগে। তেওঁ ৰেলৰ টিকটৰ লগতে ঘোঁৰা গাড়ীৰো প্ৰথম শ্ৰেণীৰ টিকট কিনি ৰাখিছিল। কিন্তু প্ৰবাসী গান্ধীৰ কাৰণে বিপদ ডাৱৰ যেন ক্ৰমে ঘনীভূত হৈ আহিছিল। গাড়ীৰ ভিতৰত বগা আৰোহী থকাত তেওঁক গাড়ী চালকৰ কাষৰতহে বহিবলৈ দিয়া হয়। নিৰ্দ্ধাৰিত সময়ত ট্ৰান্সভাল পোৱাৰ আশাৰে গান্ধীজীয়ে এই অন্যায় আচৰণ নীৰৱে সহ্য কৰিছিল। অলপ দূৰ যোৱাৰ পাছত কণ্ডাক্টৰজনে তেওঁৰ বতাহৰ আৱশ্যকতা দেখুৱাই গান্ধীজীক ভৰি থোৱা ঠাইত বহিবলৈ ইঙ্গিত দিলে। গান্ধীজীয়ে এই অন্যায় দাবী পূৰণ কৰিবলৈ অমান্তি হোৱাত সেই দুৰ্ব্বৃত্তই তেওঁক প্ৰহাৰ কৰিবলৈকো কুণ্ঠিত নহৈছিল। গাড়ীৰ অন্যান্য যাত্ৰীৰ অনুৰোধতহে দুৰ্দ্দান্তজনৰ আক্ৰমণ ক্ষান্ত হৈছিল। এনে জঘন্য পৰিবেশৰ মাজত নিজক ৰক্ষা কৰি সেই নিশা গান্ধীজী ষ্টাণ্ডাৰ্টন পায়হি। শেঠ আবদুল্লাই সেই ঠাইৰ ভাৰতীয় সকলৈ তেওঁৰ আগমণ-বাৰ্ত্তা তাঁৰ যোগে জনাইছিল। প্ৰতীক্ষাত থকা অভ্যৰ্থনাকাৰী ভাৰতীয় সকলক পাই গান্ধীজী আশ্বস্ত হল। মহাত্মাই তেওঁলোকক ভ্ৰমণৰ তিক্ত অভিজ্ঞতা জনোৱাত তেওঁলোকৰ পৰা পোৱা

সমবেদনাৰ প্ৰত্যুত্তৰত জানিব পাৰিলে যে ক'লা মানুহৰ প্ৰতি এনে অপমান সূচক ব্যবহাৰ চিৰাচৰিত ঘটনা। যাতায়ত কোম্পানীৰ এজেণ্টক সমুদায় ঘটনা জনাই তেওঁ পুনৰ গাড়ীত আৰোহণ কৰি জোহান্সবৰ্গ পালেহি। কোৱা বাহুল্য যে, এই ঠাইত বেৰিষ্টাৰ গান্ধীয়ে কোনো শ্বেতাঙ্গ হোটেলত ঠাই নেপাইছিল। প্ৰিটোৰিয়া ইয়াৰ পৰা ৩৬ মাইল দূৰ; এই ছোৱা বাট ৰেলেৰে যাব লাগে। জোহান্সবৰ্গস্থ ভাৰতীয় সকলৰ উপদেশলৈ আও-কাণ কৰি মহাত্মাই পুনৰ প্ৰথম শ্ৰেণীতেই ভ্ৰমণ আৰম্ভ কৰিছিল। কিন্তু মাজ বাটতেই হ'ল বিঘিনিৰ সূত্ৰপাত। গাৰ্ডে তেওঁক তৃতীয় শ্ৰেণীলৈ স্থানান্তৰিত হবলৈ আদেশ দিলে। সহযাত্ৰী ইংৰাজ এজনৰ মধ্যস্থতাত তেওঁ যেনিবা এইবাৰ ৰক্ষা পৰিল আৰু নিৰাপদে প্ৰিটোৰিয়াত উপস্থিত হল। উল্লেখযোগ্য যে, এই ভ্ৰমণৰ ঘটনাৱলীয়ে গান্ধীজীক বৰ্ণ-বৈষম্যৰ আচল ৰূপটো বুজিবলৈ সুযোগ দিছিল।

দাদা আব্দুল্লাৰ এটৰ্ণী মিঃ বেকাৰ এজন খৃষ্টান মিছনেৰী আছিল। এৱেঁই প্ৰিটোৰিয়াত গান্ধীজীৰ কাৰণে বাসস্থান আৰু নিৰামিষ আহাৰৰ ব্যৱস্থা কৰি দিছিল। এই সূত্ৰতে মিঃ ক্লোটছ্ নামে এজন সহৃদয় ইংৰাজক গান্ধীজীয়ে বন্ধু স্বৰূপে লাভ কৰে

সেই সময়ত ট্ৰান্সভালস্থ ভাৰতীয় সকলৰ মহা দুৰ্দ্দিন। তেওঁলোকে সেই ঠাইত প্ৰৱেশাধিকাৰ পাবলৈ

হলে তিনি পাউণ্ড পোল্-টেক্স্ দিয়াৰ আইন প্ৰৱৰ্ত্তিত হৈছিল। নিৰ্দ্দিষ্ট এলেকাতহে বসবাস কৰিব পাৰিছিল; কিন্তু মাটীৰ মালিকীস্বত্ব তেওঁলোকৰ কাৰণে নিষিদ্ধ কৰা হৈছিল; কোনো ক্ষেত্ৰতে ভোট দানৰ অধিকাৰ নাছিল। ফুট্-পাথত খোজ কঢ়া আৰু নিশা ন-টা বজাৰ পাছত বিশেষ অনুমতি নোলোৱাকৈ ঘৰৰ বাহিৰলৈ ওলোৱাটো অপৰাধৰ লেখত পৰিছিল। এছিয়াবাসী সকলোলৈকে এই ব্যৱস্থা প্ৰসাৰিত হৈছিল।

মানৱাত্মাক অৱজ্ঞাকাৰী প্ৰচলিত আইনৰ বিৰুদ্ধে মহত্মাজীয়ে ঠিয় দিবলৈ দ্বিধা নকৰিলে। প্ৰেচিডেণ্ট, ক্ৰুগাৰৰ ঘৰৰ দাঁতিৰ ফুট্-পাথেই তেখেত প্ৰায় ফুৰিবলৈ যায়। কিন্তু হঠাৎ এদিন পুলিছে বিনা-বাক্যব্যয়ে তেওঁক পদাঘাত কৰি আঁতৰাই পঠিয়ালে। সেই সময়ত মিঃ ক্যোটছ ঘোঁৰাৰে সেই বাটেদি গৈছিল। তেওঁ ঘোঁৰাৰ পৰা নামি চিপাহীটোক তিৰস্কাৰ কৰিলে আৰু গান্ধীজীক তাৰ বিৰুদ্ধে গোচৰ কৰিবলৈ টানি অনুৰোধ জনালে। গান্ধীজীয়ে ব্যক্তিগত ব্যৱহাৰৰ কাৰণে অভিযোগ আনিবলৈ অমান্তি হল। পুলিচ প্ৰহৰীটোৱে ক্ষমা প্ৰাৰ্থনা জনোৱাত মহাত্মাই কৈ উঠিল যে, ক্ষমা বিচৰাৰ আগতেই তেওঁ তাক ক্ষমা কৰিছে।

আইনৰ কবলত জুৰুলা হোৱা ভাৰতীয় সকলৰ

উদ্ধাৰাৰ্থে ইতিপূৰ্ব্বেই মহাত্মাই হিন্দু, মুছলমান, পাৰ্চী-খৃষ্টান সকলোৰে ধৰ্ম্ম-বিদ্বেষ আৰু জাতিগত ভেদভাৱ নিৰ্ম্মূল কৰি সঙ্ঘবদ্ধ হৈ কাম কৰিবৰ উদ্দেশ্যে প্ৰিটোৰিয়াত এখন সমিতি গঠন কৰিছিল। প্ৰিটোৰিয়াস্থ' ভাৰতীয় সকলক সম্বোধন কৰি দিয়া বক্তৃতাই তেওঁৰ প্ৰথম প্ৰকাশ্য ভাষণ। তেখেতৰ প্ৰেৰণামূলক বাণীয়ে ট্ৰান্সভালবাসী ভাৰতীয় সকলৰ প্ৰাণত আশাৰ বোল সানি দিছিল।

আগতে কৈ অহা হৈছে যে, আইন উপদেষ্টাৰূপে নিযুক্ত হোৱা সংশ্লিষ্ট গোচৰৰ কাৰণে মহাত্মাই আপোছ নিষ্পত্তিৰ চেষ্টা কৰিছিল। সময়ত তেখেতৰ সেই সজ প্ৰচেষ্টা ফলৱতী হল। গান্ধীজীৰ যত্নত আপোছ মীমাংসাৰ দ্বাৰা উভয় পক্ষ মোকৰ্দ্দমাৰ খৰচত সৰ্ব্বস্বান্ত হোৱাৰ পৰা ৰক্ষা পৰিল। বিদেশত দুজন ভাৰতীয়ৰ মাজত পুনৰ সম্ভাৱ স্থাপিত হল।

কৃতিত্বৰ বিজয় কিৰীটিৰে মহাত্মা ডাৰ্বানলৈ উলটি আহিল আৰু স্বদেশলৈ প্ৰত্যাৱৰ্ত্তন কৰিবলৈ মনস্থ কৰিলে। তাত থকা চমু কাল ছোৱাতে তেওঁ দক্ষিণ আফ্ৰিকাস্থ ভাৰতীয় সকলৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক অৱস্থাৰ সুস্থ অভিজ্ঞতা অৰ্জ্জন কৰি লৈছিল।

ভাৰতলৈ উলটিবৰ আগতে তেওঁক বিদায় সম্বৰ্দ্ধনা জনাবলৈ নাটালবাসী ভাৰতীয় সকলে এখন সভাৰ আয়োজন কৰিছিল। ঘটনাচক্ৰে ঈশ্বৰৰ মহিমাত সভা-

স্থলীতে সংবাদ-পত্রত প্ৰকাশিত "ইণ্ডিয়ান-ফ্রেন্সাইজ্‌ বিল" নামক ভোট আইনৰ খচৰাখন মহাত্মাজীয়ে পঢ়িবলৈ পায়। সেই বিলৰ দ্বাৰা নাটালৰ ব্যৱস্থা পৰিষদত থকা ভাৰতীয় সকলৰ ভোটাধিকাৰ, ৰহিত কৰাৰ ব্যৱস্থা চলিছিল।

সমবেত জনতাক মহাত্মাই প্ৰস্তাৱিত বিলখনৰ গুৰুত্বৰ সঙ্কেত দিয়াত সকলোৱে একবাক্যে মহাত্মাৰ সহায় ভিক্ষা কৰিলে। স্ব জাতিৰ আত্ম-মৰ্য্যদা অক্ষুণ্ণ ৰাখিবলৈ গান্ধীজী আত্মনিয়োগৰ কাৰণে প্ৰস্তুত হল। ভাৰত প্ৰত্যাগমনৰ আশা এৰি দি তেওঁ কিছু দিন তাতে থাকিবলৈ স্থিৰ কৰিলে। সেই দিনাই এটি কৰ্ম্মী-সঙ্ঘ গঠন হল; বিদায় সভা দক্ষিণ আফ্ৰিকাৰ সংগঠন সভাত পৰিণত হল।

সেই সময়লৈকে মিছনেৰী সকলৰ প্ৰভাৱত ভাৰতীয় খৃষ্টান প্ৰবাসী সকলে পৃথক মনোভাৱ পোষণ কৰিছিল। তেওঁলোক আছিল শ্বেতকায় সকলৰ কৰুণাপ্ৰাৰ্থী। মহাত্মাৰ আহ্বানত তেওঁলোকেও সঙ্ঘত যোগদান কৰিলে। মিঃ পল্‌ আৰু মিঃ গড্‌ফ্ৰে এই সম্প্ৰদায়ৰ অন্যতম আছিল।

কৰ্ম্মী দলৰ অক্লান্ত পৰিশ্ৰমৰ ফলত দহ হাজাৰ ট্ৰান্স-ভালবাসী ভাৰতীয়ৰ চহীৰে, সংক্ৰান্ত বিলখনৰ এখন প্ৰতিবাদ পত্ৰ সেই সময়ৰ ঔপনিবেশিক মন্ত্ৰী লৰ্ড ৰিপনলৈ পঠিওৱা হৈছিল। মহাত্মাৰ এই উদ্যোগ পৰ্ব্ব জগতময় ৰাষ্ট্ৰ হল। সময়ত যদিও উক্ত বিল্‌ পাছ হৈছিল তথাপি

অভিযানৰ ফল স্বৰূপে ভাৰতীয় সকলৰ মাজত ঐক্যৰ বীজ ৰপন হল।

নিৰ্য্যাতিত সকলৰ দুৰ্গতি মোচনাৰ্থে যথাবিহিত কাৰ্য্য কৰিবলৈ মহাত্মাই সেই ঠাইতে থকাৰ সিদ্ধান্ত কৰি নাটালত বেৰিষ্টাৰী কৰিবৰ বাবে অনুমতি বিচাৰিলে। শ্বেতাঙ্গ বেৰিষ্টাৰ সকলৰ ফালৰ পৰা তীব্ৰ প্ৰতিবাদ উঠিল; কিন্তু অৱশেষত গান্ধীজীৰ আবেদন মঞ্জুৰ হল। মাত্ৰ আদালতত পাগুৰী পিন্ধিবলৈ নিষেধাজ্ঞা বলবৎ থাকিল। মহাত্মাই সেই চৰ্ত্ত মানি লওঁতে অনেকে নিন্দা বাণী শুনাইছিল। কিন্তু সুদূৰ-প্ৰসাৰিত দৃষ্টি-সম্পন্ন মহাত্মাই মুক্তি সংগ্ৰামৰ ৰণক্ষেত্ৰ ৰচনা কৰিবলৈ যাওঁতে তেনে বিলাক সামান্য বিষয়ক প্ৰতিবন্ধকৰ শাৰীত ঠাই নিদিবলৈ দৃঢ়-সংকল্প হল। তেখেতে প্ৰকাশ্যে ঘোষণা কৰিলে—"When at Rome, do as the Romans do."

আইন ব্যৱসায়ক নিমিত্ত স্বৰূপে লৈ গান্ধীজীয়ে ভাবী কৰ্ম্ম-যজ্ঞৰ পাতনি মেলিলে। তেওঁৰ ঐকান্তিক চেষ্টাত নাটাল-জাতীয়-কংগ্ৰেছ গঢ়ি উঠিল। এই কংগ্ৰেছৰ কামত তেওঁ নিজৰ সকলো শক্তি-সামৰ্থ্য নিয়োজিত কৰিছিল। নব-গঠিত অনুষ্ঠানৰ প্ৰথম কাৰ্য্য-সূচী আছিল প্ৰচাৰ কাৰ্য্য চলোৱা। দুৰ্ভগীয়া পীড়িত সকলৰ প্ৰকৃত অৱস্থা ভাৰতবাসী, দক্ষিণ আফ্ৰিকাস্থ আৰু বিলাতৰ ইংৰাজ

সকলক উপলব্ধি কৰোৱাই প্ৰধানতম কৰ্ত্তব্য বুলি বিবেচিত হৈছিল। তদনুসাৰে গান্ধীজীয়ে "দক্ষিণ-আফ্ৰিকাস্থ প্ৰত্যেক বৃটনৰ ওচৰত আবেদন" ( An appeal to every Briton in south Africa ) আৰু "ভাৰতীয় সকলৰ ভোটাধিকাৰ—এটি নিবেদন" The Indin Franchise—An appeal ) নামক দুখন পুস্তক ৰচনা কৰে। তেখেতৰ শ্ৰমলব্ধ প্ৰচাৰ পুস্তিকা-দ্বয়ে ভাৰতবৰ্ষৰ জাতীয়তাবাদী দলৰ সমৰ্থন লাভ কৰাৰ লগতে দুই এজন ইংৰাজ পুৰুষকো সুহৃদ ৰূপে পাইছিল।

মহাত্মাৰ কৰ্ম্ম যজ্ঞ কেনে প্ৰতিকূল ক্ষেত্ৰত অনুষ্ঠিত হৈছিল, তাৰ চমু ইতিহাস বিশ্লেষণ কৰা প্ৰয়োজন। ১৮৬০ খৃষ্টাব্দত নাটালবাসী ইউৰোপীয় সকলে কুঁহিয়াৰ খেতিৰ কাৰণে ভাৰত গৱৰ্ণমেণ্টৰ লগত চুক্তি কৰি ভাৰতৰ পৰা শ্ৰমিক সংগ্ৰহ কৰে। চুক্তিৰ চৰ্ত্ত মতে পাঁচ বছৰীয়া ম্যাদৰ অন্তত শ্ৰমিক সকলৰ নাটাল প্ৰদেশত স্বাধীনভাৱে বসতি কৰা আৰু মাটী আবাদ কৰাৰ অধিকাৰ স্বীকৃত হৈছিল। তদনুযায়ী শ্ৰমিক সকলে তাত ভূমি-স্বত্ব লাভ কৰি স্বকীয় অধ্যৱসায় আৰু যত্নৰ ফলত অতি সোনকালে কৃষি-বাণিজ্যত বিশেষ কৃত-কাৰ্য্যতা লভি সমৃদ্ধিশালী হৈ উঠিছিল। ক'লা মানুহৰ প্ৰগতিৰ পোহৰে শ্বেতবৰ্ণ সকলৰ চকুৰ টোপনি নাইকিয়া কৰিলে। শ্ৰমিক সকলৰ উন্নতিৰ বাটত হেঙ্গাৰ দিবলৈ

তেওঁলোক বদ্ধপৰিকৰ হল আৰু তলত দিয়া মতে কঠোৰ আইনৰ অৱতাৰণা কৰিলে। — (১) চুক্তিৰ সময় অতিবাহিত হোৱা মাত্ৰকে মজদুৰ সকল ভাৰতলৈ উলটি যাব লাগিব (২) চুক্তিৰ ম্যাদ পাঁচ বছৰৰ পৰা দুবছৰলৈ হ্রাস কৰা হল (৩) ঘূৰি যাবলৈ অমান্তি হোৱা সকলৰ ওপৰত গাইপতি বছৰি ২৫ পাউণ্ডকৈ কৰ ধাৰ্য্য হল। ১৯০৬ চনত সমগ্র এছিয়াবাসীৰ ক্ষেত্ৰতে এই আইন প্ৰযোজ্য হৈছিল।

মানৱতাৰ এনে নিষ্পেষণত মহাত্মা থিৰেৰে থাকিব নোৱাৰিলে; তেওঁ তাৰ প্ৰতিকাৰাথে প্ৰাণ-পণ কৰি সাজু হল। নাটাল জাতীয় কংগ্রেছৰ যোগেদি গান্ধীজীয়ে সক্রিয়-আন্দোলন আৰম্ভ কৰিলে তেওঁৰ পৰিচালিত আন্দোলনৰ ফলত এই কৰ কমাই তিনি পাউণ্ড কৰা হয়। কিন্তু, তথাপিও মহাত্মাজীৰ প্ৰতিবাদ জীৱন্ত হৈয়ে ৰল। এই বিৰুদ্ধবাদী আন্দোলনেই শেষত সত্যাগ্ৰহত পৰিণত হয়। এছিয়া মহাদেশৰ সৰ্ব্ব জাতিৰ বাহিৰেও আফ্ৰিকাৰ নিগ্ৰো সকলেও এই ধৰ্ম্মযুদ্ধত যোগদান কৰিছিল। মহাত্মাজী কাৰাগাৰত বন্দী হলেও আন্দোলন পূৰ্ণোদ্যমে চলি থাকে। সুদীৰ্ঘ কুৰি বছৰ কাল সংগ্রাম চলাই অসংখ্য লোকে কাৰাবৰণ কৰিলে, অনেকে বন্দুকৰ গুলিত প্ৰাণ বিসৰ্জন দিলে। আনকি, বন্দীশালত ঠাইৰ

নাটনি হোৱাত সত্যাগ্ৰহী সকলক গভীৰ খনিৰ ভিতৰত আৱদ্ধকৈ থোৱা হৈছিল।

নানা বিপৰ্য্যয়ৰ মাজেদিও সত্যৰ বিজয় দুন্দুভি বাজি উঠিল। উপেক্ষিত-অনাদৃত ভাৰতীয়ৰ দাবী চৰকাৰে মানি লবলৈ বাধ্য হল। জেনেৰেল্ স্মাট্ছ আৰু মহাত্মা গান্ধীৰ মাজত হোৱা চুক্তিয়ে সত্যাগ্ৰহ আন্দোলনৰ অৱসান ঘটালে (২১ জানুৱাৰী, ১৯১৪)

—)(:○:)(—

## দ্বিতীয়বাৰ আফ্ৰিকাত।

—:০:—

পাঠকবর্গ। সত্যাগ্ৰহ সংগ্ৰামৰ পুৰ্ণ বিৱৰণ দিবলৈ গৈ ধাৰাবাহিক ঘটনাৰ পৰা বহুদূৰ আগুৱাই আহিলো।

দক্ষিণ আফ্ৰিকাত স্থায়ী ভাৱে থকাৰ অভিপ্ৰায়ে গান্ধীজী ১৮৯৬ চনত পৰিয়ালবৰ্গক নিবৰ কাৰণে ভাৰতলৈ আহিছিল। মুছলমান সকলৰ লগত ভাব বিনিময়ৰ বাট সুগম কৰিবলৈ অনুসন্ধিৎসু মহাত্মাই একুৰি চাৰি দিনীয়া সমুদ্ৰ ভ্ৰমণৰ সময় ছোৱা উৰ্দ্দু শিকাত মনোনিৱেশ কৰিছিল। যথা সময়ত জাহাজ আহি কলিকতা পায়হি; এইয়ে গান্ধীজীৰ প্ৰথম কলিকতা দৰ্শণ।

ভাৰততো গান্ধীজীয়ে দক্ষিণ অ'ফ্ৰিকাৰ সমস্যা লৈয়ে নানা ভাৱে ব্যাপৃত আছিল। বাতৰি কাকত আৰু সভাসমিতিত প্ৰচাৰ-কাৰ্য্য চলোৱাৰ উপৰিও এমাহৰ ভিতৰত ভাৰতীয়ৰ দাবী সম্বন্ধে এখনি সৰু পুথি লিখি প্ৰকাশ কৰে। এই প্ৰসঙ্গত জনমত গঠনৰ কাৰণে মহাত্মাই ভাৰতীয় নেতৃবৃন্দৰ কাষ চাপে আৰু সৌভাগ্য-বশতঃ ভাৰতৰ যশঃসূৰ্য্য মহামতি গোখেলৰ সাক্ষাত লভি ধন্য হয়। গান্ধীজীয়ে গোখেলক তেওঁৰ ৰাজনৈতিক গুৰু বুলি স্বীকাৰ কৰিছিল।

গান্ধীজী ভাৰতত অৱস্থান কৰা সময়ৰ ভিতৰতে পুনা আৰু বম্বেত প্লেগ, মহামাৰীয়ে ব্যাপক ভাৱে দেখা দিয়ে। এই দুর্যোগত তেওঁ স্বেচ্ছাসেৱক ৰূপে আগবঢ়োৱা মানৱোচিত কাৰ্য্যই সেই সংক্ৰামক ব্যাধি নিবাৰণত বহুদূৰ সহায়তা কৰিছিল।

১৮৯৭ চনত অনুষ্ঠিত মহাৰাণী ভিক্টোৰীয়াৰ হীৰক-জুবিলি উপলক্ষে হোৱা মহোৎসৱত মহাত্মাজীয়ে ৰাজভক্ত প্ৰজা হিচাপে আন্তৰিকতাৰে যোগদান কৰিছিল। সেয়েহে দ্বিতীয় ঘূৰণীয়া মেজমেলত কংগ্ৰেছৰ পক্ষৰ পৰা যোগ দিবলৈ গৈ যুক্তৰাষ্ট্ৰ গঠন কমিটীৰ মেলত মহাত্মাই কৈ উঠিছিল.........“এনেকুৱা এটা দিন আছিল, যি দিনা মই নিজকে বৃটিছ প্ৰজা বুলি চিনাকি দিবলৈ ভাল পাইছিলোঁ কিন্তু আজি বহুত বছৰৰ পৰা বৃটিছ প্ৰজা বোলাতকৈ বিদ্ৰোহী বুলি চিনাকি দিবলৈ ভাল পাওঁ”...... ...

ভাৰতৰ প্ৰতিভাশালী নেতৃবৰ্গৰ লগত দক্ষিণ—আফ্ৰিকা সম্বন্ধে আলাপ আলোচনা চলাই থাকোতেই পুনৰ সেই ঠাইৰ পৰা তেওঁলৈ আহ্বান আহিল। এইবাৰ মহাত্মাই সপৰিবাৰে যাত্ৰা কৰিলে। ১৮ ডিচেম্বৰৰ দিনা “নাদেৰা” জাহাজ গান্ধী পৰিয়ালক লৈ ডাৰবান বন্দৰত উপনীত হল। কিন্তু তেওঁ যাতে ডাৰ্বানত অৱতৰণ কৰিব নোৱাৰে তাৰ বাবে পূৰ্ব্বেই কোৱাৰেণ্টাইন্ আইন বিধিবদ্ধ কৰা হৈছিল। ফলত, সপত্নীক গান্ধীজী ২৩ দিন

জাহাজতে আটক হৈ পৰিল।

ইতিপূৰ্ব্বেই গান্ধী নামত আতঙ্কিত হৈ পৰা শ্বেতাঙ্গ সমাজক, দুৰভিসন্ধি দলৰ, ভাৰততো মহাত্মাই দক্ষিণ-আফ্রিকা সম্বন্ধে কৰা কাৰ্য্যাৱলীৰ বিকৃত আৰু অতিৰঞ্জিত বিৱৰণে অগ্নিশৰ্ম্মা কৰি তুলিছিল। আনকি, অৱতৰণৰ সুযোগ লৈ হত্যা কৰিবলৈকো চক্ৰান্ত কৰিছিল। উদ্ধত জনতাৰ কু-অভিপ্ৰায় বুজিব পাৰি কেবিনেটৰ অন্যতম সভ্য মিঃএছ্ কম্বিয়ে গান্ধীজীলৈ ৰাতি নামিবৰ কাৰণে অনুৰোধ-বাৰ্ত্তা পঠাইছিল। জাহাজ বন্দৰত প্ৰবেশ কৰিবলৈ আদেশ পোৱাৰ দিনা আবদুল্লা কোম্পানীৰ উকীল মিঃ লগ্‌টনৰ আশ্বাসত তেওঁ দিন দুপৰতে নামিবলৈ সিদ্ধান্ত কৰে। সেই মতে পৰিবাৰবৰ্গক এখন ঘোঁৰা গাড়ীত কৰি নাটালৰ প্ৰসিদ্ধ ব্যৱসায়ী ৰুস্তমজীৰ ঘৰলৈ পঠাই দি নিজে মিঃ লগ্‌টনৰ সৈতে পদব্ৰজে ডাৰ্বানৰ ৰাজ আলিত উপস্থিত হৈছে মাত্ৰ; এনেতেই উন্মত্ত জনতাই তেওঁক আগুৰি ধৰিলে। দুৰ্দ্দান্তহঁতৰ পাশৱিক আক্ৰমণত মহাত্মা মূৰ্চ্ছা প্ৰায় হৈছিল। কিন্তু মহাকাব্য ৰামায়ণত' অঙ্কিত, দৈত্য-কুলতো সৰল-প্ৰাণা সৰমাৰ আবিৰ্ভাৱৰ দৰে ভাৰত-পুৰুষক ৰক্ষা কৰিবলৈ এগৰাকী সহৃদয়া ইংৰাজ মহিলা দৈব-ক্ৰমে ঘটনাস্থলীত উপস্থিত হল। তেৱেঁই পুলিচ চুপাৰিণ্টেণ্ডেণ্টৰ পত্নী মিছেছ্ আলেকজেণ্ডাৰ। এই কোমলাঙ্গী নাৰীয়ে নিৰ্ভীক ভাৱে

গান্ধীজীৰ কাষৰত এনে ভাৱে ঠিয় দিলে যাতে তেওঁক আঘাত নকৰাকৈ সিহঁতে মহাত্মাজীক নির্য্যাতন কৰিব নোৱাৰে। এই মাতৃ মূৰ্ত্তিৰ আবিৰ্ভাবত আক্ৰমণৰ প্ৰচণ্ডতা কমিল। ইতিমধ্যে এজন ভাৰতীয় যুৱকে ঘটনাৰ খবৰ মিঃ আলেক্‌জেণ্ডাৰক জনোৱাত তেওঁ তত্তালিকে এদল পুলিচ-প্ৰহৰী প্ৰেৰণ কৰিলে। উক্ত ৰক্ষক বাহিনীৰ সহায়ত মহাত্মা ৰুস্তমজীৰ ঘৰ পাবলৈ সক্ষম হয়। গুৰুতৰ আঘাতৰ বাবে কিছুদিনলৈ তেওঁৰ নিয়মিত চিকিৎসাৰ আৱশ্যক হৈছিল।

এই শোচনীয় দুৰ্ঘটনাৰ বাতৰি সেই সময়ৰ ঔপনিবেশিক মন্ত্ৰী মিঃ চেম্বাৰ্‌লিনৰ কৰ্ণগোচৰ হোৱাত তেওঁ অপৰাধী সকলক গ্ৰেপ্তাৰ কৰি সিহঁতৰ বিৰুদ্ধে অভিযোগ আনিবলৈ তাঁৰ কৰিলে। কিন্তু আজন্ম ক্ষমাৰ সাধক গান্ধীজীয়ে তেনে কৰিবলৈ অনিচ্ছুক হল। মহাত্মাৰ এই উদাৰনৈতিক কাৰ্য্যত বগা সমাজ বিস্মিত আৰু লজ্জিত হৈ পৰিল।

মহাত্মাই সপৰিবাৰে ডাৰ্বানত জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ আৰম্ভ কৰিলে। কোৱা বাহুল্য যে বিচিত্ৰ অভিজ্ঞতাৰ সমাবেশত তেওঁৰ দৈনন্দিন জীৱন যাপনৰ প্ৰণালীয়েও গঢ় সলালে। এবাৰ প্ৰিটোৰিয়াত এজন শ্বেতাঙ্গ নাপিতে তেওঁৰ চুলি কাটিবলৈ অমাত্তি হোৱা ঘটনাই তেওঁক নাপিতৰ কাম নিজেই সমাধা কৰিবলৈ

উদগণি দিলে। আত্ম-নির্ভৰশীল হোৱাৰ মানসে নিজৰ পিন্ধা কাপোৰ নিজেই ধুই লবলৈ আৰম্ভ কৰিলে। আনকি, পত্নীৰ প্ৰসব-কালত ধাত্ৰীৰ কামো নিজ হাতে সম্পাদন কৰিছিল।

১৮৯৯ চনত ইংৰাজ আৰু বুৱৰ সকলৰ মাজত যুদ্ধ আৰম্ভ হয়। বুৱৰ সকলৰ প্ৰতি আন্তৰীক সহানুভূতি থাকিলেও প্ৰজাৰ ৰাজানুগত্য নীতি ৰক্ষা কৰি ইংৰাজৰ সহায়তাৰ উদ্দেশ্যেই ব্ৰতী হয়। আহত সৈনিক সকলৰ শুশ্ৰূষাৰ কাৰণে তেওঁ এটি সেৱা দল গঠন কৰিলে। বিভিন্ন ধৰ্ম্মাৱলম্বীৰে গঢ়ি উঠা সেৱক-বাহিনীৰ আশাশুধীয়া সেৱা কাৰ্য্যত বিৰোধী ভাৱাপন্ন শ্বেতাঙ্গ সকলো মুগ্ধ হৈছিল। ভাৰতীয় সকলৰ দ্বাৰা যে মহৎ কাৰ্য্য সম্পন্ন হব পাৰে, মহাত্মা গান্ধীয়ে তাৰ কাৰ্য্যকৰী প্ৰমাণ দিলে। এই ৰণতে বুৱৰ সকলক পৰাস্ত কৰি ইংৰাজে ট্ৰান্সভাল অধীনস্থ কৰি লয়।

প্ৰায় পাঁচ বছৰ দক্ষিণ আফ্ৰিকাৰ বিবিধ সমস্যাৱলীৰ লগত নিজক জড়িত ৰাখি অৱশেষত মহাত্মা ভাৰতলৈ আহিবৰ কাৰণে সাজু হল। নাটালবাসীয়ে তেখেতক হিয়াভৰা বিদায় অভিনন্দন জনোৱাৰ লগতে বহুবিধ বহুমূলীয়া বস্তু উপহাৰ দিলে; তাৰ ভিতৰত মাত্তা কস্তুৰবাৰ কাৰণে এধাৰ হীৰাৰ হাৰ আছিল। উপহাৰ খিনি লভিবৰ দিনা নিশালৈ মহাত্মাৰ টোপনি নাহিল;

ভাৰৰ ঘাত প্ৰতিঘাতে তেওঁক অস্থিৰ কৰি তুলিলে। কাৰণ, দেশ সেৱাৰ বিনিময়ে প্ৰতিদান লাভৰ আশাক তেওঁ টো কোনোদিনেই হিযাত ঠাই দিয়া নাছিল।

নানা চিন্তা, পৰামৰ্শৰ অন্তত তেওঁ বস্তু খিনি দেশৰ সেৱা-কাৰ্য্যত লগাবলৈ এটি ট্ৰাষ্ট্-বৰ্ডৰ হাতত অৰ্পণ কৰিলে। ৩২ বছৰীযা ডেকা গান্ধীজীৰ নিঃস্বাৰ্থ সেৱা কাৰ্য্যত বিস্মৃতিৰ অন্তৰালত লুপ্ত হোৱা ভাৰতৰ সৰ্ব্বত্যাগী ৰূপটো মূৰ্ত্ত হৈ প্ৰকাশি উঠিল। শ্ৰীমতী গান্ধীয়ে প্ৰথমতে হাৰ ধাৰৰ কাৰণে অলপ সঙ্কুচিত হৈছিল; কিন্তু পাছত স্বামীৰ দৃঢ়াজ্ঞা তেওঁ সভক্তিৰে পালন কৰিলে।



## ভাৰতত প্ৰভুমুক্তি।

নিঃস্বাৰ্থ কৰ্ম্মযোগী মহাত্মাই বহুমূলীয়া সম্পদ ব্যক্তিৰ ইন্দ্ৰজালৰ পৰা নিজক মুক্ত কৰি লৈ, আধৰুৱা কাৰ্য্যৰ ভাৰ উপযুক্ত ব্যক্তিৰ হাতত গঁপি দি ১৯০১ চনত ভাৰতলৈ উভটিল।

তেওঁ আহিয়েই কলিকতাত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ সপ্তদশ অধিবেশনত যোগদান কৰি দঃ আফ্ৰিকা সম্বন্ধীয় প্ৰস্তাবটি দাঙ্গি ধৰিবলৈ সুযোগ পায়। আৰু এইয়ে গান্ধীজীৰ সৰ্ব্বপ্ৰথম কংগ্ৰেছ অধিবেশনত যোগদান। সেই সময়ৰ কংগ্ৰেছৰ ঘাই ধৰণী মহামতি গোখেলৰ সমৰ্থনত সভাই সৰ্ব্বসম্মতিক্ৰমে মহাত্মাৰ প্ৰস্তাৱ গ্ৰহণ কৰে।

•এই কংগ্ৰেছ অধিবেশনৰ পৰিবেশত ফুটি উঠা ভাৰতবৰ্ষৰ ভিতৰুৱা ৰূপটোৰ সন্ধান পাই মহাত্মা হতাশ হৈ পৰিছিল। আক্ষেপৰ সুৰত গান্ধীজীয়ে তাৰ হুবহু চিত্ৰ এইদৰে দাঙ্গি ধৰিছিল—"স্বেচ্ছাসেৱক সকলৰ আত্মবীকতাশূন্য মনোভাৱ আৰু অস্পৃশ্যতাৰ প্ৰভাৱ তাত বিদ্যমান। বিভিন্ন সম্প্ৰদায়ৰ কাৰণে স্বকীয়া ৰন্ধনশালা আৰু ভোজনাগাৰৰ ব্যৱস্থা দেখি মই উপলব্ধি কৰিলোঁ। যে জাতীয় মহাসভাৰ প্ৰতিনিধি সকলেই যদি জাতি বিচাৰৰ

মোহান্ধকাৰত পৰি আছে, তেনেহলে সাধাৰণ শ্ৰেণীৰ মাজত হোৱাটো একপ্ৰকাৰ স্বতঃসিদ্ধ। তদুপৰি স্বাস্থ্য ৰক্ষা সম্পৰ্কীয় কোনো সু-ব্যৱস্থা তাত নাছিল। মল আৱৰ্জ্জনাৰ দুৰ্গন্ধত বায়ু কলুষিত হৈ উঠাৰ উপক্ৰম হোৱাত উপায়হীন হৈ মই পায়খানা পৰিষ্কাৰ কৰা কামত লাগিলো।" উল্লেখযোগ্য যে, সত্যাগ্ৰহৰ ঋষি, বেৰিষ্টাৰ গান্ধী এই অধিবেশনত কেৰাণী কামত নিযুক্ত হৈছিল।

কংগ্ৰেছ শেষ হোৱাৰ লগে লগে দিল্লীত লৰ্ডকাৰ্জ্জনৰ দৰবাৰ সভাত সমবেত দেশীয় ৰজা সকলৰ বিলাসী আৱহাৱাপুষ্ট জীৱনৰ লগত ৰায়তৰ অৱস্থা নিৰীক্ষণ কৰিবলৈ গান্ধীজীয়ে তুলনামূলক সঙ্কেত পায়।

তাৰ পাছত এমাহকাল ভাৰতপ্ৰাণ গোখেলৰ লগত থাকি অনুসন্ধিৎসু মহাত্মাই নিজ দেশৰ অভিজ্ঞতা সংগ্ৰহত লাগিল। তেওঁ ভাৰতৰ কৰ্ম্ম-প্ৰতিষ্ঠান আৰু তীৰ্থ সমূহ ভ্ৰমিবলৈ ধৰিলে। কালীঘাট পৰিদৰ্শণ কৰোতে 'ছাগ-বলিৰ দৃশ্যই তেওঁক মৰ্ম্মাহত কৰিছিল। এই ভ্ৰমণত তেওঁ সদায় তৃতীয় শ্ৰেণীৰ যাত্ৰী আছিল।

ভাৰতৰ ভিতৰ-চ'ৰাৰ অভিজ্ঞতা অৰ্জ্জন কৰি গান্ধীজীয়ে পুনৰ বম্বেত বেৰিষ্টাৰী আৰম্ভ কৰিলে। কিন্তু স্থাপিত হবলৈ নৌ পাওঁতেই পুনৰ তেওঁৰ উপস্থিতি কামনা কৰি দক্ষিণ আফ্ৰিকাৰ পৰা তাঁৰ আহিল। ঔপনিৱেশিক সচিব মিঃ চেম্বাৰলিনৰ দক্ষিণ-আফ্ৰিকা আগমনত তেওঁৰ

ওচৰত ভাৰতীয় সকলৰ অভাৱ-অভিযোগ পূৰণৰ দাবী উত্থাপিত কৰিবৰ কাৰণেই গান্ধীজীলৈ এই আহ্বান আহিছিল।

———(০:০)———

# দক্ষিণ-আফ্রিকাত শেষ-পৰ্ব্ব

—:০:—

স্ব-জাতিৰ ভাগ্য নিৰ্ণয়ৰ চৰম পৰীক্ষাত সোঁ-শৰীৰে যোগ দিবলৈ মহাত্মা তৃতীয় বাৰৰ কাৰণে আফ্ৰিকালৈ ৰাওনা হল। (১৯০২) পুনৰ সুদীৰ্ঘ কাললৈ দেশ জননীৰ লগত প্ৰিয় সন্তানৰ বিচ্ছেদ ঘটিল।

কিন্তু ভাৰতবাসীৰ দুখৰ প্ৰতিকাৰাৰ্থে টো মিঃ চেম্বাৰলিন্ আফ্ৰিকালৈ অহা নাছিল। তেওঁৰ ভ্ৰমণৰ উদ্দেশ্য ইংৰাজ আৰু বুৱৰ সকলৰ মাজত সম্প্ৰীতি স্থাপন কৰা। গতিকে নাটালবাসীৰ তৰফে গান্ধীজীৰ নেতৃত্বত যোৱা সজাঁতি দলে আবেদনৰ কোনো যোগ্য প্ৰত্যুত্তৰ নেপালে। নিৰাশ নহৈ মহাত্মাই পুনৰ ট্ৰান্সভালৰ ডেপুটেছনত যোগ দিবলৈ প্ৰিটোৰিয়ালৈ গল। কিন্তু তাত তেখেঁতক মিঃ চেম্বাৰলিনৰ লগত সাক্ষাৎ কৰিবলৈকে দিয়া নহল। এই উপেক্ষাত গান্ধীয়ে বিষম মৰ্ম্ম-বেদনা অনুভৱ কৰিলে। আৰু দেশবাসীক লাঞ্ছনাৰ গৰাহৰ পৰা উদ্ধাৰ কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হৈ সেই ঠাইকেই কৰ্ম্মক্ষেত্ৰ ৰূপে বাছি ললে। তেওঁ জোহান্সবৰ্গ চুপ্ৰিম-কৰ্টৰ বেৰিষ্টাৰ সকলৰ তালিকাত নিজৰ নাম ভৰ্ত্তি কৰিলে।

মহাত্মা যলৈকে গৈছিল, ত'তে যেন নির্দ্দিষ্ট কর্ম্মৰ বেহু বিধাতাই পূর্ব্বেই সৃষ্টি কৰি থৈছিল। জোহান্স্‌বৰ্গস্থ ভাৰতীয় শ্ৰমিক সকলে আমাৰ দেশৰ হৰিজন বস্তিৰ দৰে চহৰৰ একোণে সীমাবদ্ধ এলেকাত বসতি কৰিছিল। দৈব-দুৰ্ব্বিপাকত সেই অঞ্চলত প্লেগ, মহামাৰীয়ে দেখা দিয়াত অসংখ্য লোক মৃত্যু মুখত পৰিল। এই বিপদ কালত গান্ধীজীয়ে অকাতৰে ৰোগীৰ চিকিৎসা আৰু পৰিচৰ্য্যাত নিজক-বিলাই দিলে। তেওঁৰ অকৃত্ৰিম সেৱা-পৰায়ণতাত আকৃষ্ট হৈ কেইজনমান ইংৰাজো তেওঁৰ মহৎ-কাৰ্য্যত সহায় হবলৈ আগবাঢ়ি আহিছিল। স্বাস্থ্য-বিভাগৰ কৰ্ত্তৃপক্ষই যেতিয়া ৰোগ দমনত অসমৰ্থ হৈ আক্ৰমিত ঘৰ-বাৰী সমূহ অগ্নিদগ্ধ কৰাৰ ব্যৱস্থা লৈছিল, তেতিয়া গৃহহাৰা পৰিয়াল সকলৰ যথাযোগ্য ক্ষতিপূৰণৰ দাবী জনাই মহাত্মা কৃতকাৰ্য্য হৈছিল। আৰ্ত্তসেৱাৰ এই অপূৰ্ব্ব বৰঙণি সচাঁকৈয়ে বিস্ময়কৰ! তেতিয়াৰে পৰা তেওঁ ভাৰতীয় সকলক পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ শিক্ষা দিয়ে আৰু গুজৰাটী ভাষাত ভালেমান প্ৰবন্ধ ৰচনা কৰে। এই প্ৰবন্ধাৱলীৰ সমষ্টিয়েই "গাইড্‌-টু-হেলথ্‌" নামে কিতাপ আকাৰে ইংৰাজীলৈ অনুদিত হয়।

সৌভাগ্যক্ৰমে অনতিপলমে নাটালৰ এটি ছাপাখানাৰ স্বত্ব গান্ধীজীৰ হাতত পৰিছিল। এই মুদ্ৰাযন্ত্ৰৰ যোগেই তেওঁ "ইণ্ডিয়ান-অপিনিয়ন্‌" নামে এখন ইংৰাজী সংবাদ

পত্র চলাবলৈ আৰম্ভ কৰিলে। এই কামতো মহাত্মাই মিঃ পোলক্ আৰু মিঃ কলেন বেকক সহকৰ্ম্মী স্বৰূপে পাইছিল। মিঃ কলেনবেক্ আছিল এজন জাৰ্ম্মাণ। মহাত্মাৰ ঘনিষ্ঠ সম্পৰ্কত আহি তেওঁ এজন অনুৰক্ত শিষ্য হৈ পৰিছিল। মিঃ পোলক্ কিছুদিন "ইণ্ডিয়ান-অপিনিয়ন"ৰ সম্পাদক আছিল। এই কাকতৰ বিৰাট সক্ৰিয় অংশৰ বিষয়ে গান্ধীজীয়ে নিজেই বহুবাৰ কৈছিল যে, উক্ত কাকত অবিহনে সত্যাগ্ৰহ আন্দোলন চলোৱা অসম্ভৱ হলহেঁতেন।

১৯০৪ চনত গান্ধীজী এবাৰ জোহান্স বৰ্গৰ পৰা ডাৰবানলৈ গৈছিল। বাটত পঢ়িবৰ কাৰণে মিঃ পোলকে তেওঁক ৰাস্কিনৰ "আন্-টু-দি-লাষ্ট্" নামক কিতাপ খনি দিছিল। এই গ্ৰন্থই গান্ধী জীৱনত পৰিবৰ্ত্তনৰ প্ৰধান ভূমিকা গ্ৰহণ কৰে। তেখেতে উপলব্ধি কৰিলে—শ্ৰমিক আৰু কৃষকৰ জীৱনেই আদৰ্শ জীৱন। কিতাপ খনত ফুটি উঠা সঙ্কেত ৰাখি সোনকালে কাৰ্য্যকৰী কৰিবলৈ তেওঁ ডাৰ্বানৰ ওচৰৰ ফিনিক্স্ নামে ঠাইত সহকৰ্ম্মী সকলৰে এখনি অধিনিবাস স্থাপন কৰিলে। ছাপা-খানাটিও তুলি আনি ইয়াত ন-কৈ প্ৰতিস্থা কৰা হল। ফিনিক্সৰ আশ্ৰমতে মহাত্মাই সপৰিবাৰে কৃষি আৰু কুটীৰ শিল্পৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহৰ আদৰ্শ লৈ সৰল জীৱন যাপনৰ যাত্ৰাত খোজ পেলালে। জাতি-ভেদৰ কলুষ ইয়াত নাছিল। নানা ধৰ্ম্মৱলম্বীৰে গঢ়ি উঠা আশ্ৰম খনি এটি বৃহৎ একান্নভোজী পৰিয়ালৰ দৰে চলিছিল।

ইতিপূৰ্ব্বেই মনীষী টলষ্টয়ৰ মতবাদে গান্ধীজীৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। সকলো ধৰ্ম্মৰ মূল তত্ত্ব বিলাকো তেওঁ ইতিমধ্যে আয়ত্ত কৰি লৈছিল। গৌতম বুদ্ধৰ জীৱ-প্ৰেম আৰু অহিংসা, গীতাৰ কৰ্ম্ম-সন্ন্যাসৰ মহাবাণীয়ে তেওঁৰ হিয়াত গভীৰ ছাপ বহুৱায়। ধৰ্ম্ম-চৰ্চ্চাৰ লগে লগে গান্ধীজী দিনক দিনে সংযমী হৈ আহিবলৈ ধৰিলে। আনকি, সৰ্ব্বত্যাগী হোৱাৰ আশাই তেওঁক মাজে সময়ে ব্ৰহ্মচৰ্য্যৰ অনুৰাগী কৰি তুলিছিল। সেই আশা পূৰ্ণ হবলৈ বেছি দিন নেলাগিল। জুলু-বিদ্ৰোহৰ ৰণ-ক্ষেত্ৰত আহতৰ সেৱাত নিমগ্ন থাকোতেই মহাত্মাই আজীৱন ব্ৰহ্মচৰ্য্য পালনৰ সংকল্প গ্ৰহণ কৰিলে। আত্ম-শুদ্ধিৰ কাৰণে উপবাসেই যে একমাত্ৰ অৱলম্বন, এই তথ্যও আবিষ্কৃত হল। মুঠতে কবলৈ হলে ত্যাগ-তপস্যাৰ বিজয়-ক্ষেত্ৰ ফিনিক্সৰ আশ্ৰমেই মহাত্মাৰ আত্ম-নিৰ্ম্মাণৰ প্ৰধান বেদী।

১৯০৬ চনত নাটালৰ জুলু সকল বিদ্ৰোহী হৈ টেক্স্ নিদিয়া আন্দোলন চলাবলৈ আৰম্ভ কৰিলে। মহাত্মাই যদিও চৰকাৰৰ পক্ষ লৈ ভাৰতীয় নেতা বাহিনী গঠন কৰিছিল, কাৰ্য্যক্ষেত্ৰত কিন্তু তাৰ বিপৰীত ফল হল। বগা জাতিয়ে কৃষ্ণ জাতিৰ সেৱা কৰিবলৈ কুণ্ঠিত হোৱাত চিকিৎসা-বিভাগ উপায়হীন হৈ গান্ধীজীৰ সেৱা দলৰ ওপৰতে আহত জুলু সকলৰ সেৱাৰ ভাৰ দিয়ে।

নিজ হাতে মহাত্মাই এই নিৰাশ্ৰয় জুলু বিলাকৰ পৰিচৰ্য্যা কৰি পৰম তৃপ্তি লভিছিল। সেৱা কাৰ্য্যৰ সন্মান জনাবলৈ গৱৰ্ণমেণ্টে, তেওঁক কেইজাৰী-ই-হিন্দ্ স্বৰ্ণপদক দান কৰে।

বিদ্ৰোহ দমন হোৱাৰ লগে লগেই ১৯০৬ চনৰ ২২ আগষ্টত ট্ৰান্সভাল-গৱৰ্ণমেণ্ট-গেজেটৰ জৰুৰী সংখ্যাত "এছিয়াটিক অৰ্ডিনেন্স"ৰ পাণ্ডুলিপি বাহিৰ হয়। এছিয়াবাসী সকলৰ ট্ৰান্সভাল প্ৰবেশ নিষিদ্ধ কৰাই এই আইনৰ উদ্দেশ্য আছিল। এই বাতৰি শুনা মাত্ৰে গান্ধীজী ট্ৰান্সভাললৈ যায়। ১১ চেপ্তেম্বৰৰ দিনা এই আইনৰ প্ৰতিবাদ সভাত মহাত্মাই সৰ্ব্বপ্ৰথম সত্যাগ্ৰহ-নীতি ঘোষণা কৰে। সভাত এই মৰ্ম্মে এক প্ৰস্তাৱ গৃহীত হয় যে কোনো ভাৰতবাসীয়েই এই আইন মানি নচলিব। এইয়ে গান্ধীজীৰ প্ৰত্যক্ষ বিদ্ৰোহী জীৱনৰ সূত্ৰপাত। জন সেৱাত জীৱন উছৰ্গা কৰিবৰ আশাৰে তেওঁ ১৯০৭ চনত আইন ব্যৱসায় ত্যাগ কৰিলে।

জনমত উপেক্ষা কৰি পাণ্ডুলিপি আইনত পৰিণত হল। উক্ত আইনানুসাৰে ট্ৰান্সভালত ভবিষ্যতে কোনো ভাৰতীয় সোমাব নোৱাৰাৰ উপৰিও বৰ্ত্তমানে থকা সকলেও নাম ৰেজিষ্টাৰ কৰোৱাই সদায় পুলিচত হাজিৰা দিয়াৰ ব্যৱস্থা প্ৰৱৰ্ত্তন হল। গান্ধীজীৰ নেতৃত্বত আইন বিৰোধী অভিযান আৰম্ভ হল আৰু দলে দলে আইন ভঙ্গকাৰী জেললৈ যাবলৈ ধৰিলে। ট্ৰান্সভাল্ ত্যাগ নকৰা

অপৰাধত মহাত্মাৰ তুমাহ কাৰাদণ্ডৰ আদেশ হল। আন্দোলনে ক্রমাৎ মূৰ্ত্ত ৰূপ ধৰি উঠিল। এনে আশঙ্কাজনিত পৰিস্থিতিৰ উদ্ভৱ হোৱাত ট্রান্সভালৰ গৱৰ্ণৰ জেনেৰেল স্মাট্‌ছে গান্ধীজীৰ কাৰামুক্তিৰ পাছত তেওঁৰ লগত এই চুৰ্ত্তত আপোচ কৰে যে, যদি এবাৰ স্বেচ্ছায় সকলোৱে নাম ৰেজিষ্টাৰ কৰে, তেনেহলে চৰকাৰে আইন 'উঠাই লব। এই প্রতিশ্রুতিত গান্ধীজী সন্মত হয়। সকলোৰে সম্মতিক্রমে মহাত্মা মান্তি হোৱা স্বত্তেও এক অশুভ ঘটনা ঘটি উঠিল। কেইজনমান পাঠানে এই মীমাংসাক ভাৰতীয়ৰ স্বাৰ্থ বিৰোধী বুলি ভাৱি তেওঁক হত্যা কৰিবলৈ উদ্যত হল। নিজ চুৰ্ত্তক কাৰ্য্যত প্রতিফলিত কৰিবলৈ যাবৰ দিনা পাঠান কেইজনে বাটতে তেওঁক আক্রমন কৰে। কিন্তু যিজনক সৃষ্টিকৰ্ত্তাই ভাবী মহিমাৰে গোটেই মানৱ জাতিৰ পাঁচ ভাগৰ এভাগ মানুহৰ বাসভূমি ভাৰতবৰ্ষৰ মুক্তিদাতা কৰি পঠাইছে, অসময়ত সিজনৰ প্ৰাণনাশ সম্ভৱ হব পাৰেনে? আল্লাৰ কৃপাত গান্ধীজীৰ জীৱন ৰক্ষা পৰিল; ক্ষমাৰ অৱতাৰে পাষণ্ডহঁতক ক্ষমা কৰিলে।

কৰ্ত্তৃপক্ষই সময়ত 'আইন ৰদ কৰিবলৈ অমান্তি হোৱাত মহাত্মাই পুনৰ নিষ্ক্রিয়-প্রতিৰোধ আন্দোলন আৰম্ভ কৰে আৰু পুনবায় সশ্রম কাৰাদণ্ডাদেশেৰে বন্দীগৃহত আটক হয়। তেতিয়াৰে পৰা আন্দোলন একেৰাহে চলি থাকি

ক্রমে শক্তিশালী হৈ উঠিছিল আৰু তাৰ টৌৱে ভাৰতবৰ্ষৰ জন-সাধাৰণৰ প্ৰাণতো খলকনি তুলিছিলহি।

আন্দোলনৰ মাজতে মহাত্মা এবাৰ বিলাতলৈ গৈছিল তেখেতৰ "হিন্দ-স্বৰাজ" কিতাপ খন যাওঁতে বাটত জাহাজৰ ওপৰতে লিখা।

১৯০৯ চনত লাহোৰত বহা কংগ্ৰেছ মহাসভাত মহামতি গোখেলে গান্ধীজীৰ নিষ্ক্ৰিয়-প্ৰতিৰোধ আন্দোলন সমৰ্থন কৰি যি মৰ্ম্মস্পৰ্শী বক্তৃতা দি'ছিল তাৰ সাৰাংশ এই—"গান্ধীজীৰ নিষ্ক্ৰিয় প্ৰতিৰোধত আক্ৰমণ নাই, আছে মাথো আত্মপক্ষ সমৰ্থন। অহিংসা ইয়াৰ অস্ত্ৰ; সত্য আৰু প্ৰেম ইয়াৰ শক্তি; ই আত্মশক্তিৰ লগত পশুশক্তিৰ সংগ্ৰাম; ই শক্তিৰ বিৰুদ্ধে বিবেক, অবিচাৰৰ বিৰুদ্ধে বিশ্বাস, অন্যায়ৰ বিৰুদ্ধে ন্যায় ধৰ্ম্মৰ অভিযান। ভাৰতীয় সকলৰ আত্মমৰ্য্যাদা-মূলক ব্যৱস্থা নিৰ্দ্ধাৰণৰ কাৰণে ভাৰতপ্ৰাণ গোখেল ১৯১২ চনত ট্ৰান্সভাললৈ গৈছিল। জনমতৰ হেঁচাত সেই সময়ৰ ভাৰতৰ গৱৰ্ণৰ-জেনেৰেল লৰ্ড হাৰ্ডিঞ্জেও দক্ষিণ আফ্ৰিকা চৰকাৰৰ কাৰ্য্যৰ তীব্ৰ প্ৰতিবাদ কৰিছিল।

কেউফালৰ পৰা আলোড়নে দেখা দিয়াত জেনেৰেল স্মাট্‌ছে মূৰ দোঁৱাবলৈ বাধ্য হয় আৰু ১৯১৪ চনত গান্ধী-স্মাট্‌ছ চুক্তি সম্পাদন কৰাত সত্যাগ্ৰহ মহাযজ্ঞৰ মধুৰ সমাপ্তি ঘটে।

---

# ভাৰতত মহাত্মা

(১৯১৫—১৯২৪)

—:০:—

দক্ষিণ আফ্রিকাৰ আৰব্ধ যজ্ঞ সু-সমাপন কৰি বিজয়ী মহাত্মাই ১৯১৪ চনৰ জুলাই মাহত ইংলণ্ডই দি ভাৰত মুৱা হল। তেওঁ আহি ইংলিছ-চ্যানেল্ পাওঁতেই প্ৰথম মহাসমৰৰ জুই জ্বলি উঠিছিল। যুদ্ধ ঘোষিত হোৱাৰ দুদিন পাছত মহাত্মাই লণ্ডন মহা-নগৰীত পদাৰ্পণ কৰে। এই বিশ্বযুদ্ধৰ কাৰণে গান্ধীজীয়ে ইংলণ্ডত ভাৰতীয় এম্বুলেন্স-কৰ্প্‌ছ গঠন কৰিছিল।

তাৰ পাছতেই ভাৰতবাসীলৈ হৰ্ষ বিষাদৰ বতৰা লৈ ১৯১৫ চনে ভূমুকি মাৰিলেহি। বছৰৰ আগ ভাগতে মহা জীৱনৰ অমৃত বাণী লৈ মোহনদাস-কৰমচাঁদ-গান্ধী সিদ্ধ-যোগী ৰূপে ভাৰত ভূমিত অৱতীৰ্ণ হল। জীৱন সাধনাত সিদ্ধি লভি গৌতম বুদ্ধই নিজৰ জন্ম ঠাইলৈ উভটি যোৱাৰ দৰে প্ৰাচ্য জগতৰ নবীন বুদ্ধ মহামানৱ মহাত্মাজীয়েও আদৰ্শ প্ৰচাৰৰ বাবে নিজ প্ৰদেশৰ অন্তৰ্গত কোচ্ৰব নামে গাৱঁত এখনি আশ্ৰম স্থাপন কৰিলে। সেই আশ্ৰমেই পাছলৈ 'ছবৰমাটী' আশ্ৰম নামে পৰিচিত হৈছিল।

সেই বছৰৰ দুৰ্য্যোগেও বিধিৰ নিৰ্ব্বন্ধ মতে সময়ত দেখা দিলেহি। ভাৰতৰ ৰাজনৈতিক আকাশৰ আলোক-বৰ্ত্তি, মহাত্মাৰ প্ৰিয় গুৰু গোখেলৰ তিৰোভাৱ হল। তেওঁৰ তিৰোধানত মহাত্মাই গভীৰ শোক পাইছিল।

সেই সময়তে আন আন পাৰিপাৰ্শ্বিক ঘটনাৰ ক'লা ডাৱৰেও ভাৰতৰ ভাগ্যাকাশ ছাটি পেলাইছিল আৰু কংগ্ৰেছৰ সৰু নাও খনিয়ে আন্ধাৰত দিক্ বিদিক্ নেদেখি লক্ষ্যহীন অৱস্থাত উটি ফুৰিছিল। এনে অৱস্থাত ভাৰত বাসীৰ প্ৰাণৰ ভাষাক ৰূপ দিবলৈ ভাৰতবৰ্ষই পলে পলে এজন নিপুণ ৰাষ্ট্ৰ শিল্পী আৰু নিৰ্ভীক মহাৰথীৰ প্ৰয়োজন অনুভৱ কৰিছিল। বিশেষকৈ দেশবাসীৰ সতৃষ্ণ নয়ন পৰিছিল মহাত্মা গান্ধীৰ ওপৰত।

কিন্তু ১৯১৯ চনলৈকে মহাত্মাই নীৰৱে কংগ্ৰেছত যোগদান কৰাৰ বাহিৰে ভাৰতীয় ৰাষ্ট্ৰ সংঘৰ্ষত নিজক জড়িত কৰা নাছিল। তেতিয়ালৈকে মাত্ৰ তেওঁ ভাৰতৰ সামাজিক, আৰ্থিক আৰু নৈতিক সংস্কাৰ সাধনাত নিবিষ্ট আছিল; আৰু ইতিমধ্যে দৰিদ্ৰ জন সাধাৰণৰ কেইব টাও সমস্যাৰ সমাধানাৰ্থে আন্দোলন চলাই কৃতকাৰ্য্য হৈছিল। তাৰ ভিতৰত (১) গিৰমিটিয়া প্ৰথা ৰহিত (২) বিহাৰৰ নীল খেতিয়ক সকলক জমিদাৰ শ্ৰেণীৰ শোষণ-মুক্ত (৩) খয়ৰাৰ দুৰ্ভিক্ষ-পীড়িত কৃষক শ্ৰেণীক খাজানাৰ পৰা মুক্তি দান আৰু (৪) আহমদাবাদত শ্ৰমিকৰ

পক্ষ লৈ সত্যাগ্ৰহ পৰিচালনা আদিয়েই উল্লেখ যোগ্য।

বৃটিছ্ সাম্ৰাজ্যৰ বিভিন্ন অঞ্চললৈ ভাৰতৰ পৰা চুক্তি বদ্ধ শ্ৰমিক পঠোৱাৰ বিৰুদ্ধে গান্ধীজীয়ে ১৯১৭ চনত আন্দোলন চলাই জয়যুক্ত হয়।

নীল খেতিয়ক সকলৰ অভাৱ অভিযোগৰ বাতৰি লবলৈ চম্পাৰণলৈ আহোঁতে মহাত্মাক গ্ৰেপ্তাৰ কৰা হৈছিল; কিন্তু বিচাৰত মুক্তি পায়। সেই ঠাইতে প্ৰথমে ভাৰতত মহাত্মাই সত্যাগ্ৰহৰ ধাৰা নকৈ বোৱাইছিল। চম্পাৰণৰ কৃষকসকলক নীল বাগানৰ ইউৰোপীয় মালিক সকলে নীল খেতিৰ কাৰণে বাধ্য কৰাত এই অভিযোগৰ উৎপত্তি।

১৯১৮ চনত গুজৰাটৰ খয়ৰা জিলাত মহাত্মাই সত্যাগ্ৰহ চলাবলৈ বাধ্য হয়। সেই বছৰ খেতি নোহোৱাৰ কাৰণে খেতিয়ক সকলে খাজানা মাফৰ আবেদন কৰি কোনো সুফল নোপোৱাত মহাত্মা গান্ধীয়ে খাজনা নিদিয়া আন্দোলন পৰিচালনা কৰে শেষত খাজানা মাফ দি চৰকাৰে সু-বিবেচনাৰ পৰিচয় দিয়ে।

খয়ৰা সত্যাগ্ৰহৰ কালত গান্ধীজী ভয়ানক অসুস্থ হৈ পৰিছিল। দক্ষিণ আফ্ৰিকাত থাকোতেই গৰুৰ ওপৰত অত্যাচাৰ দেখি তেওঁ গো-দুগ্ধ খাবলৈ এৰি দিছিল। কিন্তু এই অসুস্থতাৰ বাবে গাখীৰৰ অপৰিহাৰ্য্য আৱশ্যক হোৱাত তেওঁ ছাগলী গাখীৰ খাবলৈ আৰম্ভ কৰিলে

আৰু বাকী ছোৱা জীৱনতো তাক পান কৰিছিল।

আহমদাবাদত মিল মালিক আৰু শ্ৰমিক সকলৰ ভিতৰত হোৱা বিবাদৰ মীমাংসা লৈ মহাত্মাই কেইদিন-মান অনশন কৰিছিল। মজদুৰ সকলৰ পক্ষ সমৰ্থন কৰি ধৰ্ম্মঘট চলোৱাৰ বাদেও মালিক-মজদুৰৰ সম্পৰ্কৰক্ষী শ্ৰমিক সঙ্ঘ গঠন কৰিছিল। ইয়াৰ ভিতৰতে 'চৰ্কা'ৰ ব্যৱহাৰৰ কথা তেওঁৰ মনত উদয় হয়।

১৯১৮ চনত ইউৰুপীয় যুদ্ধ বিশ্বযুদ্ধলৈ ৰূপান্তৰিত হোৱাত বৰলাটৰ আমন্ত্ৰণ-ক্ৰমে মহাত্মাজী দিল্লীৰ যুদ্ধ সভাত উপস্থিত থাকি ভাৰতৰ সাহায্য দানত অগ্ৰণী হৈছিল। দেশবাসীৰ দ্বাৰা উপেক্ষিত হৈও তেওঁ বিস্তৰ অৰ্থ আৰু সৈন্য সংগ্ৰহ কৰিছিল। গান্ধীজীৰ এই কামত "কৰ্ত্তব্য পালন নাগৰিকৰ দায়ীত্ব" এই তথ্যই নিহিত আছিল।

মহাত্মা গান্ধীৰ বৃটন-প্ৰীতিয়ে তেতিয়াৰ জাতীয়তা-বাদী নেতৃবৃন্দক নিৰাশ কৰিছিল। ১৯১৮ চনত দিল্লীত ৰাষ্ট্ৰ সভাৰ বিশেষ অধিবেশনে যেতিয়া ভাৰতবাসীক পূৰ্ণ-স্বায়ত্ব-শাসন লাগে বুলি ঘোষণা কৰিছিল, তেতিয়া তেঁখেতে মুক্তকণ্ঠে কৈছিল—"When England is at war, India should not hamper her by pressing for right, but should render all the help that she could." (ইংলণ্ড মহাযুদ্ধত লিপ্ত

যেতিয়া ভাৰতৰ দাবী তুলি তেওঁলোকক বিব্ৰত কৰা অনুচিত; বৰং সাধ্যানুযায়ী সহায় কৰা যুগুত।)

মহাসমৰৰ হেঁচাত বৃটিছ সাম্ৰাজ্যৰ ঘোৰ দুৰ্দ্দিন উপস্থিত হৈছিল। সাম্ৰাজ্যৰ দুৰৱস্থাত ভাৰতবাসীয়ে অকাতৰে সাহায্য কৰিবলৈ আগবাঢ়ি ওলাল। যুদ্ধৰ নিমিত্তে ভাৰতবৰ্ষই ১৫০ কোটী টকা দান কৰিছিল আৰু বিপুল সংখ্যক ভাৰতীয় ডেকাই সৈন্য দলত ভৰ্ত্তি হৈ বৃটিছ গৱৰ্ণমেণ্টক সহায় কৰিছিল।

যুদ্ধৰ সময়ত ভাৰতৰ অতুলনীয় ত্যাগ-স্বীকাৰৰ শলাগনি আৰু ৰাজঘৰীয়া ঘোষণা "The need of the Empire is India's opportunity" আদি আশা-প্ৰদ উক্তিয়ে ভাৰতবাসীৰ মনলৈ আত্ম-নিয়ন্ত্ৰন লাভৰ আশা আনি দিছিল।

১৯১৮ চনৰ নভেম্বৰ মাহত ইউৰুপীয় মহাৰণ অকস্মাৎ শেষ হয়। যুদ্ধ বিৰতিৰ পাছত ভাৰতবাসীয়ে প্ৰতিদান স্বৰূপে লাভ কৰিলে—অনিৰ্দ্দিষ্ট কাল বিনা বিচাৰে আটক ৰখাৰ ব্যৱস্থাকাৰী "ৰাওলাট-আইন"। এই আইনেই ভাৰতৰ ৰাজনীতিক নতুন গঢ় দিলে। ১৯১৯ চনৰ ২৩ মাৰ্চ্চ তাৰিখে এই 'আইন বিধিবদ্ধ হোৱাত ভাৰতবৰ্ষত প্ৰবল ধুমুহাৰ সৃষ্টি হল।

এই সঙ্কটজনক মূহুৰ্ত্তত মহাত্মা গান্ধীয়ে ভাৰতৰ ৰাজ-নৈতিক পট-ভূমিত প্ৰৱেশ কৰিলে। ভাৰতৰ ৰাষ্ট্ৰ ক্ষেত্ৰৰ

পথ-প্ৰদৰ্শক স্বৰূপে স্বয়ং ভগবানে যেন তেওঁক সিদিনা কৰ্ম্মক্ষেত্ৰত অৱতীৰ্ণ কৰিছিল।

পশ্চিমীয়া জাতিৰ মোহগ্ৰস্ততাত আক্ষেপ কৰি সেই দিনা মহাত্মাই কৈ উঠিছিল—"The last war has shown as nothing else has, the satanic nature of the civilisation that dominates Europe to-day. Europe to-day is only nominally christian, in reality it is worshipping Mammon." (গত মহাযুদ্ধই ইউৰোপৰ চয়তানী ৰূপটোকে প্ৰকাশ কৰিছে। ইউৰোপ আজি নামত খৃষ্টান, প্ৰকৃত পক্ষে দৈত্যৰ উপাসনা কৰিছে)

মহাত্মাই দেশবাসীক আইনৰ বিৰুদ্ধে আন্দোলন কৰিবলৈ আহ্বান কৰি তলত দিয়া প্ৰতিজ্ঞা-পত্ৰ প্ৰচাৰ কৰিলে; লগতে, আন্দোলন আৰম্ভৰ আগতে জাতিয়ে উপবাস আৰু প্ৰাৰ্থনাৰ মাজেদি আত্মিক প্ৰতিৰোধ শক্তি সঞ্চয় কৰিবলৈ গোহাৰি জনালে। প্ৰতিজ্ঞা পত্ৰৰ সাৰাংশ এই—"ৰৌলট আইন ভাৰতবাসীৰ ন্যায়সঙ্গত অধিকাৰ আৰু মানুহৰ জন্মগত স্বাধীনতাৰ বিৰোধী। যেতিয়ালৈকে ভাৰত গৱৰ্ণমেণ্টে এই অসঙ্গত আৰু অপমানজনক আইন প্ৰত্যাহাৰ নকৰিব, তেতিয়ালৈকে আমি সম্মিলিত ভাৱে নিৰুপদ্ৰৱ প্ৰতিৰোধৰ পন্থা লৈ এই আইন মানিবলৈ অস্বীকাৰ কৰিম"।

গান্ধীজীৰ নিবেদন মতে ছয় এপ্ৰিলৰ দিনা সমগ্ৰ

ভাৰতত হৰতাল পালন কৰি এই পাপ-পঙ্কিল আইনৰ প্ৰতিবাদ জনোৱা হয়। জনসাধাৰণৰ মনোবল নষ্ট কৰি-বলৈ বিদেশী চৰকাৰে সৰ্ব্বশক্তি নিয়োগ কৰিলে। দহ এপ্ৰিল তাৰিখে পঞ্জাবৰ নেতা ডাঃ সত্যপাল আৰু ডাঃ কিচ্‌লুক গ্ৰেপ্তাৰ কৰি অজ্ঞাত ঠাইলৈ পঠিওৱাত জন-সাধাৰণে প্ৰতিবাদ সভাৰে বিক্ষোভ প্ৰদৰ্শন কৰোতেই ১৩ এপ্ৰিলৰ দিনা জালিনৱালা-বাগ হত্যাকাণ্ড অনুষ্ঠিত হয়। এই শোচনীয় ঘটনাত সমগ্ৰ দেশ উদ্বেলিত হৈ উঠিল।

আনহাতে ১৯২০ চনৰ ভাৰ্ছাই সন্ধিমতে মিত্ৰপক্ষৰ হাতত তুৰস্কৰ চুলতানৰ ৰাজোচিত সম্মান ক্ষুন্ন হোৱাত ভাৰতীয় মুছলমান সকলৰ অসন্তোষে দেখা দিয়ে। মহাত্মা গান্ধীয়ে তুৰ্কী সম্পৰ্কে মুছলমান সকলৰ দাবী ন্যায়সঙ্গত বুলি মানি লৈ আলি ভ্ৰাতৃদ্বয়ৰ লগ লাগি খিলাফত আন্দোলনক সৰ্ব্বভাৰতীয় আন্দোলনত পৰিণত কৰে।

পঞ্জাবৰ অত্যাচাৰ সম্পৰ্কে পাৰ্লামেণ্টৰ পৰা প্ৰতিকাৰ পাব বুলিয়ে মহাত্মাই আশা কৰিছিল। কিন্তু ১৯২০ চনৰ জুন মাহত বহা পাৰ্লামেণ্ট—বৈঠকত বৃটিছৰ স্পষ্ট মনোভাৱ ব্যক্ত হয়। মহাত্মাজীয়ে ভাৰতৰ ৰাজনৈতিক কৰ্ম্মশক্তি সঙ্ঘবদ্ধ কৰি বৃটিছ গৱৰ্ণমেণ্টৰ বিৰুদ্ধে নিয়ন্ত্ৰিত কৰিবলৈ দৃঢ় সংকল্প কৰিলে। তেওঁ বাতৰি কাকতৰ যোগে এখন বিবৃতি প্ৰচাৰ কৰিলে যে—পহিলা আগষ্টৰ আগতে

খিল যত সমস্যা আৰু পঞ্জাবৰ দুৰ্ঘটনাৰ প্ৰতিকাৰ নহলে তেখেতে জাতিৰ সম্মুখত অসহযোগৰ পন্থা দাঙ্গি ধৰিব। কোৱা বাহুল্য, অন্যায়ৰ প্ৰশ্ৰয় লৈ বৃটিছ গৱৰ্ণমেণ্টে নিজকেই প্ৰতাৰিত কৰিলে।

পহিলা আগষ্টৰ দিনা গান্ধীজীয়ে "কাইজাৰ-ই-হিন্দ" পদক ত্যাগ কৰিলে। আৰু চেপ্তেম্বৰ মাহত কলিকতা কংগ্ৰেছৰ বিশেষ অধিবেষনত অসহযোগৰ প্ৰস্তাৱ দাঙ্গি ধৰিলে। বিপুল ভোটাধিক্যত সেই প্ৰস্তাৱ গৃহীত হল। এই অধিবেশনেই কংগ্ৰেছৰ ইতিহাসত গান্ধী-যুগৰ প্ৰৱৰ্ত্তন কৰিলে। পয়ঁত্ৰিশ বছৰীয়া অনুষ্ঠানটিয়ে নতুন সাঁচত গঢ় ললে। এই সংস্কাৰত অস্পৃশ্যতা নিবাৰণ ৰাজনৈতিক ক্ষেত্ৰৰ ভিতৰুৱা হৈ পৰিল। গান্ধীজীয়ে ঘোষণা কৰিলে— "অস্পৃশ্যতা হিন্দুধৰ্ম্মৰ অঙ্গ নহয়। ই হিন্দুৰ মাজত থকা এটা পচনশীল পদাৰ্থ; এটা ভ্ৰম, এটা পাপ। এতেকে ইয়াক নিবাৰণ কৰা প্ৰতিজন হিন্দুৰে ধৰ্ম্ম আৰু পৰম কৰ্ত্তব্য। প্ৰত্যেক হিন্দুৱে তাক পাপ বুলি ভাবি প্ৰায়শ্চিত্ত হোৱা উচিত।" বিদেশীৰ উৎপীড়ন আৰু সমাজৰ অত্যাচাৰ উভয়ৰে বিৰুদ্ধে সমানে তেখেতে বিদ্ৰোহ ঘোষণা কৰিছিল।

ৰাষ্ট্ৰসভাৰ একাংশ প্ৰতিনিধিয়ে তেতিয়াও মহাত্মাৰ অসহযোগ-নীতি হৃদয়ঙ্গম কৰিব নোৱাৰিছিল। কিন্তু পৰৱৰ্ত্তী নাগপুৰ কংগ্ৰেছত সকলোৱে কৃতাঞ্জলিপুটে মহাত্মাৰ দীক্ষা গ্ৰহণ কৰিলে। ১৯২১ চনৰ আহ্মদাবাদ অধি-

বেশনত কংগ্রেছ নেতৃবৃন্দই ভাৰতৰ উদীয়মান শক্তিৰ ওচৰত আত্ম-সমৰ্পণ কৰি ধন্য হল। লক্ষ্ণৌ অধিবেশনৰ পুৰোহিত প্ৰবীণ অম্বিকাচৰণ মজুমদাৰৰ ভৱিষ্যৎবাণী বাস্তৱত প্ৰতিফলিত হৈ জাতীয় মহাসভা পৰিচালনাৰ ভাৰ সৰ্ব্বত্যাগী সন্ন্যাসী মহাত্মাৰ ওপৰত পৰিল।

নৱ-যুগৰ আৰম্ভ হল। মহাত্মাৰ আধ্যাত্মিক সাধনাৰ প্ৰভাৱত কংগ্ৰেছ-মহাসভাই পঁয়ত্ৰিছ কোটী ভাৰতবাসীৰ প্ৰাণত ৰাজনৈতিক শক্তি সাধনৰ অপূৰ্ব্ব মহৌষধি সঞ্জীৱনী সুধা আনি দিলে, সেই দিন ধৰি ভাৰতত জনতাই স্বাধীনতাৰ সপোন দিঠকত পৰিণত কৰিবলৈ কৃত সংকল্প হল।

সেই অধিবেশনতে দেশ জুৰি নিৰুপদ্ৰৱ আইন-অমান্য কৰিবলৈ সিদ্ধান্ত লোৱা হয়। অনতিপলমে, খিতাপ বৰ্জ্জন, আইন সভা, আদালত, চৰ্কাৰী স্কুল কলেজ আদি বৰ্জ্জন আৰু বিদেশী দ্ৰব্য পৰিহাৰৰ দ্বাৰা আন্দোলনে মূৰ্ত্ত ৰূপ ধৰি অসহযোগৰ কাৰ্য্যপন্থাক কাৰ্য্যকৰী কৰি তুলিলে।

দেশবাসীক অসহযোগৰ মন্ত্ৰত দীক্ষিত কৰিবলৈ মহাত্মা ভাৰত ভ্ৰমণাৰ্থে ওলাল। সেই ভ্ৰমণত তেখেত অসমলৈকো আহিছিল। তেওঁ অসমৰ মনমোহা প্ৰাকৃতিক সৌন্দৰ্য্যক তেওঁৰ "Lovely Assam" নামৰ প্ৰবন্ধত

সুন্দৰকৈ বৰ্ণণা কৰিছিল। অসমীয়া শিপিনীৰ বোৱা-কটা কামত মুগ্ধ হৈ তেখেতে লিখিছিল—"অসমীয়া তিৰোতাই তাতঁৰ কাপোৰত কবিতা ৰচনা কৰিব পাৰে।"

মন্ত্ৰযোগীৰ শুভ-শঙ্খধ্বনিত আত্মবিস্মৃত জাতি সচেতন হৈ উঠিল। ভাৰতৰ সকলো সম্প্ৰদায়ৰ লোকেই আন্দোলনত জঁপিয়াই পৰিল। শত-সহস্ৰ নৰ নাৰীৰ সমবেত কণ্ঠত বোল উঠিল "মহাত্মা গান্ধী-কী জয়।" সেই অপূৰ্ব্ব কণ্ঠ ধ্বনিত ভাৰতৰ আকাশ বতাহ মুখৰিত হৈ উঠিছিল।

এই বছৰতে নভেম্বৰ মাহত প্ৰিন্স্-অব্-ওৱেলচৰ ভাৰত আগমনত হৰতাল পালনৰ দ্বাৰা বিক্ষোভ প্ৰকাশ কৰোতে যুবৰাজৰ অভ্যৰ্থনাকাৰী দলৰ লগত বম্বে মহা-নগৰীত শোচনীয় ভাৱে সংঘৰ্ষ ঘটি উঠে। অসহযোগৰ নামত হত্যাকাণ্ডৰ অভিনয় দেখি মহাত্মাই মৰ্ম্মান্তিক আঘাত পায় আৰু পাঁচ দিনীয়া উপবাসেৰে মহাপাপৰ প্ৰায়শ্চিত্ত কৰে।

ইতিমধ্যে আইন অমান্য আন্দোলন দমন কৰিবলৈ গৱৰ্ণমেণ্টো বদ্ধপৰিকৰ হৈ উঠে। চৰকাৰৰ দমন-নীতিৰ ফলত দেশ-প্ৰেমিক অসহযোগী সকল বন্দীশালত অৱৰুদ্ধ হল; অগণণ নৰ-নাৰীয়ে পুলিচৰ অমানুষিক নিৰ্য্যাতন ভোগ কৰিলে। জাগ্ৰত জনশক্তিৰ পূৰ্ণাহুতিত পৰিশুদ্ধ ভাৰত-গগণত জাতীয়-নিচানে ঢৌ খেলিবলৈ ধৰিলে।

আহ্মদাবাদ অধিবেশনৰ সিদ্ধান্ত মতে গুজৰাটৰ

বৰদোলী তালুকত খাজানা বন্ধ অভিযানৰ কাৰ্য্যাৰম্ভ কৰিবলৈ মহাত্মাজী সাজু হৈছে, এনেতে এটা অশুভ ঘটনাই আন্দোলনৰ গতি পৰিবৰ্ত্তন কৰিলে। যুক্ত প্ৰদেশৰ চৌৰী-চৌৰাৰ অধিবাসী সকলে সংযমৰ সীমা চেৰাই আক্ৰমণকাৰী পুলিচৰ ওপৰত প্ৰত্যাক্ৰমণ চলায় আৰু থানাত অগ্নি সংযোগ কৰে। অহিংসাৰ নামত জনতাই হিংসাৰ আশ্ৰয় লোৱাত গান্ধীজীয়ে নিৰুপদ্ৰৱ প্ৰতিৰোধ আন্দোলন স্থগিত ৰাখিবলৈ নিৰ্দ্দেশ দিলে। অহিংস যুদ্ধ স্থগিত হোৱা বাতৰিত ইতিপূৰ্ব্বেই কাৰাৰুদ্ধ হোৱা প্ৰবীণ নেতা সকলে প্ৰমাদ গণিলে; তৰুণ দল স্বাভাৱিক ভাৱেই উত্তেজিত হল।

মহাত্মাৰ দুৰ্জ্জেয়-নীতি উপলব্ধি কৰা সাধাৰণ মানুহৰ পক্ষে সহজ নহয়। স্বাধীনতাৰ কাৰণে পৃথিবীৰ ইতিহাসত অনাদি কালৰে পৰা চলি অহা হিংসা বৃত্তিক পদদলিত কৰিবলৈ দিয়া নিৰ্দ্দেশ যেন মনুষ্য বোধজ্ঞানৰ অগম্য।

জাতিৰ জীৱন বিশুদ্ধ হলেই মুক্তি অনিবাৰ্য্য, এই বিশ্বাসকে ব্ৰহ্মাস্ত্ৰ স্বৰূপে লৈ তেওঁ ৰাষ্ট্ৰক্ষেত্ৰত অৱতীৰ্ণ হৈছিল। কিন্তু ৰাইজৰ মাজত লুকাই থকা অনিষ্টকাৰী শক্তি সম্বন্ধে যে তেওঁখেতৰ ধাৰণা নিৰ্ভুল নাছিল—এই কথা তেওঁ নিজেই স্বীকাৰ কৰিছিল। ভাৰতৰ ৰাষ্ট্ৰ সাধক সকলক তেওঁখেতে বাৰে বাৰে এই সতৰ্ক বাণী

শুনাইছিল যে—'সত্য আৰু অহিংসাৰ ওপৰত অকপট আস্থা আৰু আনুগত্য দেশাত্মবোধ সত্ত্বাৰ দাবী; যাৰ এই বিশ্বাস নাই, সেই, সকলে কংগ্ৰেছৰ পৰা বিদায় লোৱাই যুক্তিসঙ্গত।"

চৌৰী-চৌৰাৰ ঘটনাই গান্ধীজীক এক প্ৰকাৰ ৰাজনীতি ক্ষেত্ৰৰ পৰা আঁতৰাই আনিলে। তেওঁ চৰকা, সাম্প্ৰদায়িক ঐক্য, অস্পৃশ্যতা নিবাৰণ এই তিনটি আহিলাৰে গঠন যজ্ঞৰ বেদী নিৰ্ম্মাণ কৰি জাতিৰ চৰিত্ৰ শোধনৰ কাৰণে উদ্যত হৈ উঠিল। চৌৰী-চৌৰা দুৰ্ঘটনাৰ পাছত দিল্লীত বহা ৰাষ্ট্ৰ-কংগ্ৰেছৰ অধিবেশনত অসহযোগ আন্দোলন স্থগিত ৰখাৰ সিদ্ধান্ত গৃহীত হয়।

এইবাৰো মহাত্মাৰ কাৰ্য্য-নীতিয়ে এক পক্ষৰ সমৰ্থন লাভ কৰা নাছিল; পৰন্তু প্ৰতিকূল মন্তব্যৰ সন্মুখীন হব লগা হৈছিল। কিন্তু প্ৰশংসাবাক্য বা নিন্দাবাদে কোনো দিনেই মহাত্মাক বিচলিত কৰিব নোৱাৰিছিল। তেওঁ যে চিৰ দিনেই অন্তৰ্দেৱতাৰ বাণী অনুসৰণ কৰি আহিছে।

জন-সাধাৰণৰ হিয়া স্পৰ্শ কৰিব পৰা গান্ধীজীৰ আচৰিত শক্তিৰ প্ৰভাৱত কৰ্ত্তব্য-বিমূঢ় হোৱা চৰকাৰে আন্দোলন স্তব্ধ পৰাৰ লগে লগে কংগ্ৰেছৰ ঐক্যবদ্ধ শক্তি শিথিল হোৱা সম্ভাৱনাৰ সুযোগ লৈ ১৯২২ চনৰ ১০ মাৰ্চ্চৰ দিনা মহাত্মাক ৰাজদ্ৰোহৰ অভিযোগত গ্ৰেপ্তাৰ কৰি, ছৰছৰলৈ

বন্দীশালত আটক কৰিলে। ছবৰমাটীৰ লৌহ-কাৰাগাৰ ছৰবমাটী আশ্ৰমৰ ঋষি-প্ৰবৰৰ পুত-স্পৰ্শত পবিত্ৰ হৈ উঠিল।

দুবছৰ কাৰাবাস খটাৰ পিছতে গান্ধীজী এপেন্-ডিছাইটিছ্ ৰোগত আক্ৰান্ত হয়। অস্ত্ৰোপচাৰৰ আৱশ্যক হোৱাত তেওঁক ৰক্ষী-পৰিবেষ্টিত কয়দী অৱস্থাতে আস্পতাললৈ স্থানান্তৰিত কৰা হৈছিল। ১৯২৪ চনৰ ৫ ফেব্ৰুৱাৰীৰ দিনা ভগ্ন-স্বাস্থ্য উদ্ধাৰৰ কাৰণে বাকী থকা কাল ছোৱা ৰেহাই দি চৰকাৰে তেওঁক মুক্তি দিয়ে।

## অসহযোগৰ পৰৱৰ্ত্তী অধ্যায়।

—:০:—

জাতীয়তা যুদ্ধৰ আকস্মিক পৰিবৰ্ত্তনে দেশত এটা নতুন পৰিবেশৰ সৃষ্টি কৰিলে। ৰাজনীতিক্ষেত্ৰৰ প্ৰতিক্ৰিয়াশীল লোক সকলে সাম্প্ৰদায়িকতাৰ আলম লৈ হিন্দু-মুছলমানৰ মিলনৰ বাটত কাঁইট পুতিলে। দুয়ো দলৰ স্বাৰ্থান্ধ নেতা সকলে ধৰ্ম্মৰ মুখা পিন্ধি উত্তেজনা পূৰ্ণ অভিনয় কাণ্ড সংঘটিত কৰিছিল। বিশেষকৈ উত্তৰ ভাৰতৰ কেইখনমান চহৰত ই জঘন্য ৰূপ ধাৰণ কৰিছিল।

অন্তৰ্দৃষ্টি সম্পন্ন মহাত্মাই জাতিৰ অধঃপতিত অৱস্থা দেখি ব্যাকুল হৈ উভয় সম্প্ৰদায়ৰ ঐক্য প্ৰতিষ্ঠাৰ হকে দিল্লীত মৌলানা মহম্মদ আলিৰ ঘৰত একৈছ-দিনীয়া অনশন উদযাপন কৰিলে। তেখেতে বাৰে বাৰে কৈছিল — "হিন্দু-মুছলমানৰ মিলনৰ ৰূপকেই মই স্বৰাজ বুলি মানো।"

১৯২৫ চনত বেলগাৱঁত বহা কংগ্ৰেছ অধিবেশনত পৌৰহিত্য কৰি মহাত্মাই তেওঁৰ অভিভাষণত গঠন-নীতিৰেই বিশদ ব্যাখ্যা কৰে। ইয়াতে বিদেশী বস্ত্ৰ বৰ্জ্জনৰ বাহিৰে সকলো অসহযোগ পন্থা স্থগিত ৰাখিবলৈ সিদ্ধান্ত লোৱা হয়। ৰাষ্ট্ৰযজ্ঞৰ পুৰোহিতৰ আসনৰ পৰা তেখেতৰ উচ্চাৰিত সেই বাণী—"যতঁৰৰ বাহিৰে মোৰ

জাতিক দিবলৈ আন একোৱেই নাই”—এই আন্তৰিকতা-পূৰ্ণ বাণীয়ে ভাৰতীয় জন-সাধাৰণক সেইদিনা অবহিত কৰাইছিল যে কুটীৰ শিল্পইহে শোষণ আৰু দাসত্বৰ পৰা জন-সাধাৰণক মুক্তি দিব পাৰিব।

গান্ধীজীয়ে প্ৰত্যহ অতি নিষ্ঠাৰে সৈতে দুঘণ্টা সূতা কাটিছিল। তেওঁ প্ৰায়ে কৈছিল—“খোৱা আহাৰ নহলেও মোৰ চলে; কিন্তু সূত্ৰযজ্ঞ নহলে মই বাঁচিব নোৱাৰোঁ।” বেলগাওঁ অধিবেশনৰে পৰা গান্ধীজীয়ে ৰাজনীতিৰ পৰা অৱসৰ লৈ খদ্দৰ আৰু চৰকা প্ৰচাৰত ব্ৰতী হয়। তেওঁ নিখিল-ভাৰত চৰকা-সঙ্ঘ গঠন কৰে। এই সময়তে তেখেতে “মোৰ সত্য-অন্বেষণৰ কাহিনী” লিখিবলৈকো আৰম্ভ কৰে। কুটীৰ শিল্প সংগঠনৰ কৰ্ম্ম-ভাৰ লৈ মহাত্মাই নীৰবে কংগ্ৰেছৰ গতি-বিধি লক্ষ্য কৰিছিল আৰু সময়ৰ সঙ্কেতত আত্মদানৰ কাৰণে প্ৰস্তুত হৈছিল।

১৯২৬ চনত লৌহিত্যৰ তীৰ ভূমি পাণ্ডু নগৰীত অনুষ্ঠিত হোৱা জাতীয়-যজ্ঞত যোগ দিবলৈ তেখেত দ্বিতীয়বাৰৰ কাৰণে অসমলৈ আহিছিল।

১৯২৭ চনত মাদ্ৰাজ-কংগ্ৰেছত পণ্ডিত জৱাহৰলাল নেহৰুৰ প্ৰস্তাৱ অনুযায়ী পূৰ্ণ স্বাধীনতাই কংগ্ৰেছৰ লক্ষ্য বুলি স্থিৰ হয়। মহাত্মা তেতিয়াও মৌণ! কিন্তু অতি সোনকালে ভাৰতৰ ভাগ্য-চক্ৰ নিয়ন্ত্ৰণৰ ভাৰ বিধাতাই তেওঁৰ হাতত অৰ্পণ কৰিলে।

ছাইমন কমিছন নিয়োগ হোৱাৰ পূৰ্ব্বেই ভাৰতৰ নেতৃবৰ্গ মিলি ভাৰত শাসন নীতিৰ এখনি আঁচনি প্ৰস্তুত কৰি বিলাতৰ পাৰ্লামেণ্টলৈ পঠাইছিল। এই ৰিপৰ্টেই নেহৰু-ৰিপৰ্ট নামে জনাজাত। ইয়াত ডমিনিয়ন-ষ্টেটাছৰ দাবীহে সমৰ্পিত হৈছিল। এহাতে অভিন্নপ্ৰাণ মহাৰথী মতিলাল নেহৰুৰ মৰ্য্যদা, আনহাতে জাতীয় কংগ্ৰেছৰ মহিমা আৰু জাতিৰ গৌৰৱ ৰক্ষা কৰিবলৈ মহাত্মাজী প্ৰবৃত্ত হল। ১৯২৮ চনৰ কলিকতা অধিবেশনত তেখেতে ঘোষণা কৰিলে যে—এবছৰৰ ভিতৰত অৰ্থাৎ ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰত যদি বৃটিছ-গৱৰ্ণমেণ্টে ভাৰতক ডমিনিয়ন-ষ্টেটাছ নিদিয়ে, তেনেহলে কংগ্ৰেছে পূৰ্ণ স্বাধীনতা লাভৰ উদ্দেশ্যে সংগ্ৰাম আৰম্ভ কৰিব আৰু সেই সংগ্ৰামৰ সৰ্ব্বাধিনায়কৰ ভাৰ তেওঁ নিজে গ্ৰহণ কৰিব।

আশা পূৰণৰ আকুল চাৱনিৰে ভাৰতবাসীয়ে মহাত্মাৰ আশ্বাসত এটা বছৰ অতিবাহিত কৰিলে। ১৯২৯ চনৰ শেষ দিন আহি পৰিল। ভীষ্ম-প্ৰতিম মহাত্মাই পূৰ্ব্বৰ প্ৰতিশ্ৰুতি মতে স্বাধীনতা সংগ্ৰাম ঘোষণা কৰিলে ঐতিহাসিক লাহোৰ অধিবেশনত। পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গৃহীত হোৱাৰ পাছত সভাপতিৰ নিৰ্দ্দেশক্ৰমে ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা ভাৰতজুৰি স্বাধীনতা দিন পালন কৰা হয়। এই ঐতিহাসিক দিনৰ মৰ্য্যদা ৰক্ষা কৰিব-

লৈকে সম্পূর্ণ প্রভুত্বশীল লোকতান্ত্রিক গণৰাজ্যৰ প্রবর্ত্তনো এই দিনতেই কৰা হৈছে।

লাহোৰ অধিবেশনৰ প্রস্তাৱ কার্য্যকৰী কৰিবলৈ ১৯৩০ চনৰ মার্চ্চ মাহৰ ১২ তাৰিখে ৭৯ জন সত্যাগ্রহীৰে পুৱা ৬—৩০ বজাত মহাত্মাগান্ধীয়ে, অসহযোগৰ বিজয় নিচান লৈ. লোণ আইন অমান্যার্থে ভাৰত মহাসাগৰৰ পাৰলৈ জয়যাত্রা আৰম্ভ কৰিলে। ছয় এপ্রিলৰ দিনা তেওঁ ডাণ্ডীত লোণ আইন ভঙ্গ কৰে। সম্মুখত বিপক্ষ সেনা-বাহিনী বিবর্জ্জিত. নিৰস্ত্র সৈনিকৰ এই অপৰূপ সংগ্রামৰ দৃষ্টান্ত জগতৰ ইতিহাসত কোনো যুগতে ৰচিত হোৱা নাছিল।

ডাণ্ডীযজ্ঞৰ পবিত্র গোন্ধত দেশ আকৌ অনুপ্রাণিত হৈ উঠিল। আইন অমান্য আন্দোলনত যোগদান দি ৯৫ হাজাৰ নৰ-নাৰীয়ে কাৰাবৰণ কৰি বুৰঞ্জীত নতুন কল্প আৰম্ভ কৰিলে। মেই মাহৰ ৪ তাৰিখে মুক্তি-তীথৰ আলোক যাত্রী মহাত্মাক গ্রেপ্তাৰ কৰি পুণাৰ য়াৰবেদা জেলত অৱৰুদ্ধকৈ ৰাখিলে আৰু কংগ্রেছ অনুষ্ঠান বে-আইনী বুলি ঘোষিত হল।

মহাত্মাৰ আটকে ভাৰতৰ বিদ্রোহী আত্মাক ইন্ধন যোগালে। ক্রমাৎ আন্দোলনে ব্যাপক আকাৰ ধাৰণ কৰিলে আৰু চৰকাৰ উদ্বিগ্ন হৈ মহাত্মাকে আদি কৰি কংগ্রেছ ৱৰ্কিং-কমিটীৰ সভ্য সকলক মুক্তি দি অবিলম্বে

'গান্ধী-আৰউইন' চুক্তি সম্পাদন কৰি কাৰাৰুদ্ধ সকলো সত্যাগ্ৰাহীকে খালাছ দিলে। লগে লগে গান্ধীজীয়েও আইন অমান্য প্ৰত্যাহাৰ কৰিলে।

উপৰুক্ত চুক্তি কংগ্ৰেছে সমৰ্থন কৰি দ্বিতীয় ঘূৰণীয়া মেজ-মেলত যোগ দিবলৈ স্থিৰ কৰে। তদনুসাৰে মহাত্মা-গান্ধী জাতীয় কংগ্ৰেছৰ প্ৰতিনিধি হিচাবে গোল-টেবিল বৈঠকত যোগদান দিবৰ কাৰণে ২৯ আগষ্টৰ দিনা লগত শ্ৰীযুতা সৰোজিনী নাইডু আৰু শ্ৰীযুত মহাদেৱ দেশাইক লৈ "ৰাজপুতনা" জাহাজেৰে ভাৰতৰ উপকূল এৰিলে।

ত্ৰিশ কোটী ভাৰতীয়ৰ মুক্তি যজ্ঞৰ পুৰোহিত, কলিৰ দধিচী, অৰ্দ্ধনগ্ন ফকীৰে যিদিনা ইংলণ্ডৰ জেটীত পদাৰ্পণ কৰি হাঁহি মুখেৰে বৃটেন-বাসীক অভিবাদন জনালে সেই দিনা গান্ধীজীৰ শান্ত সৌম্য প্ৰশান্ত মূৰ্ত্তি দেখি বৃটেনৰ নৰ-নাৰীয়ে তবধ মানিলে। ৰাজপ্ৰাসাদৰ চাহ খোৱা মেললৈ গান্ধীজীৰ নিমন্ত্ৰণৰ দিনা আলিৰ দাঁতিত জনতাৰ ভিৰ! উৎসুক জনতাই চাবলৈ আগ্ৰহ কৰিছে—আজি অৰ্দ্ধ—নগ্ন ঋষিয়েনো কি পিন্ধি ৰজাৰ কাষলৈ যাব? সকলোকে স্তম্ভিত কৰি কটী-বস্ত্ৰৰ ক্ষীণ আৱৰণৰ লগতে গাত এখন গৰম কাপোৰ লৈ গান্ধীজী ৰাজপ্ৰাসাদৰ সন্মুখত উপনীত হল। তেওঁ যে ভাৰতৰ অগনিত জন-সাধাৰণৰ মূৰ্ত্ত-প্ৰতীক!

মেজ মেলৰ সাধাৰণ অধিবেশনত মহাত্মাই কংগ্ৰেছৰ লগত তেখেতৰ সম্বন্ধ কেনে নিবিড়, তাক স্পষ্ট ৰূপে বুজাবলৈ এই দৰে কৈছিল—"যি প্ৰতিষ্ঠানৰ মই প্ৰতিনিধি, য'ত মই সাগৰত এটোপাল পানীৰ নিচিনা, সেই প্ৰতিষ্ঠানৰ পৰা মোক আঁতৰ কৰি থুকীয়া বুলি এক মূহুৰ্ত্তলৈও নেভাবিব"।

কংগ্ৰেছৰ পূৰ্ণ-স্বাধীনতাৰ দাবী জনাই দৃঢ় সুৰত মহাত্মাই কৈ উঠিছিল—"সমগ্ৰ মানব জাতিৰ এক পঞ্চমাংশ লোকে এটা সৰু জাতিৰ পদানত হৈ থকা মই কল্পনাও কৰিব নোৱাৰো। স্বৰাজ প্ৰত্যেক জাতিৰে জন্মগত অধিকাৰ। মই জানিব খোজো, আজি গ্ৰেট-বৃটেইনে সন্মানিত-অংশীদাৰ হিচাপে ভাৰতবৰ্ষক বিচাৰে নাইবা, বিদ্ৰোহী ভাৰত চাব খোজে ?

'কংগ্ৰেছ যে ভাৰতৰ সৰ্ব্বশ্ৰেণীৰ প্ৰতিনিধিত্ব মূলক গণ-তান্ত্ৰিক জন-প্ৰতিষ্ঠান তাক তেখেতে ফঁহিয়াই দেখুৱায়। সাম্প্ৰদায়িক সমস্যা কেৱল যে বিদেশী শাসনৰেই সৃষ্টি এই কথা সমৰ্থন কৰি তেখেতে জনাইছিল—"মোৰ মনত অলপো সন্দেহ নাই যে সম্প্ৰদায়িকতাৰ তুষাৰ-ৰাশি স্বাধীনতা সূৰ্য্যৰ উত্তাপত গলি যাব।" অস্পৃশ্য সকলৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে স্বাধীনতাকো বিসৰ্জ্জন দিবলৈ তেখেত কুণ্ঠিত নহয় বুলি ঘোষণা কৰিছিল।

অহিংস সত্যাগ্ৰহ নীতি অনুসৰণকাৰী সকলৰ মহৎ

পটন্তৰ দাঙ্গি ধৰি তেখেতে কৈছিল—"তেওঁলোকে প্ৰাণ লোৱা নাই, প্ৰাণ দিছে; তেওঁলোকে বৃটিছ সকলক দুখ দিয়া নাই, নিজেহে দুখ বৰণ কৰি লৈছে— ইয়াত মই পৰম সান্ত্বনা অনুভৱ কৰিছো।

বাপুজীৰ অতি মানবীয় দৃষ্টিৰ ঘাই লক্ষ আছিল ভাৰতৰ হৰিজন সমাজ। ভাৰতৰ সাত কোটী অস্পৃশ্য সন্তানক সমাজৰ দানবীয় দুৰ্ব্ব্যৱহাৰৰ পৰা পৰিত্ৰাণ কৰাই আছিল গান্ধীজীৰ আমন্ত্ৰণ কঠোৰ ব্ৰত। এই অস্পৃশ্য সকলৰ প্ৰশ্নই এদিন যে ভাৰতৰ স্বাধীনতাৰ বাটত দুৰ্গম প্ৰাচীৰ সৃষ্টি কৰিব, সেই কথা মহাত্মাই ৰাষ্ট্ৰ-ক্ষেত্ৰত ভাৰি দিয়ে কৈ উঠিছিল।

গোল-টেবিল বৈঠকত সেই অতীত সঙ্কেতে জীৱন্ত সমস্যা ৰূপে দেখা দিলেহি। সাম্প্ৰদায়িক সমস্যাত প্ৰতিনিধি সকলৰ ভিতৰত কোনো সমাধান হৈ নুঠাত, ইয়াৰ এটা সু-মীমাংসা কৰাৰ ভাৰ বিলাতৰ প্ৰধান মন্ত্ৰীৰ ওপৰত পৰিল। মেক্‌ডনেলৰ আলোচনাত অনুন্নত সম্প্ৰদায়ৰ কাৰণে সুকীয়া নিৰ্ব্বাচন সমষ্টিৰ দাবী উত্থাপিত হোৱাত মহাত্মাই তাৰ তীব্ৰ প্ৰতিবাদ কৰি কৈছিল— "অস্পৃশ্য সকল ধৰ্ম্মান্তৰিত হলেও মই সহ্য কৰিব পাৰিম; কিন্তু অখণ্ড হিন্দু সমাজৰ পৰা তেওঁলোকক বিচ্ছিন্ন কৰাৰ ব্যৱস্থা মই কোনো পথ্যে গ্ৰহণ কৰিব নোৱাৰো। আক যদি ময়েই ইয়াৰ একমাত্ৰ প্ৰতিবাদকাৰী হওঁ,

তেনেহলে মই জীৱন পণ কৰি ইয়াৰ বিৰোধীতা কৰিম।"

ঘূৰণীয়া মেজ মেলৰ উপৰিও গান্ধীজীয়ে বিলাতৰ কেইবাটাও অনুষ্ঠানত বক্তৃতা দিছিল। বৃটেইন-বাসীলৈ মহাত্মাৰ প্ৰাণৰ নিবেদন আছিল এইয়ে—"ভিক্ষাৰ জুলি পাতিছো; ভাৰতৰ হিয়াৰ মানিক স্বাধীনতা মহাধন কত লুকুৱাই থৈছা? মই কাকুতি কৰি খাটিছো, ঘূৰাই দিয়া! প্ৰেমৰ দাবীক উপেক্ষা নকৰিবা।" আহা! কি প্ৰাণস্পৰ্শী মৰ্ম্মবাণী! জগতৰ ইতিহাসত ইয়াৰ তুলনা আছে নে?

অগণণ ভাৰতবাসীৰ আত্মৰ মৌণ দাবীক ৰূপায়িত কৰি যুগ-ভাস্কৰ মহাত্মা ঘৰ মুৱা হৈ ১৯৩১ চনৰ ২৮ ডিচেম্বৰৰ দিনা ভাৰত ভূমিত পদাৰ্পণ কৰিলে। কিন্তু তেখেত আহি পোৱাৰ আগতে দিল্লী-চুক্তি ভঙ্গ কৰি যুক্ত প্ৰদেশ আৰু উত্তৰ পশ্চিম সীমান্ত প্ৰদেশত বিশেষ আইন জাৰি কৰি পণ্ডিত জৱাহৰলাল নেহৰু আৰু আবদুল গফুৰ খাঁক গ্ৰেপ্তাৰ কৰা হয। গান্ধীজীয়ে এই বিশেষ আইন সম্বন্ধে বৰলাটৰ লগত আলোচনা কৰিবলৈ বিচৰাত বৰলাটে অস্বীকাৰ কৰে। কংগ্ৰেছে পুনৰায় আইন অমান্য আন্দোলন আৰম্ভ কৰে। ১৯৩২ চনৰ ৪ জানুৱাৰীৰ দিনা মহাত্মাজী গ্ৰেপ্তাৰ হয় আৰু অনিৰ্দ্দিষ্ট কাল কাৰাবাসৰ আদেশেৰে পুণাৰ য়াৰবেদা জেলত আটক হল। কোনে জানিছিল, এদিন এই

কাৰাগাৰেই মহাত্মাৰ হৰিজন-তপস্যাৰ ক্ষেত্ৰ হৈ বুলি ?

বিলাতৰ গোল-টেবিল সভাত মহাত্মাৰ দৃঢ় উক্তিয়ে বৃটিছ ৰাজনৈতিক সকলৰ মোহান্ধত্ব নাশিব নোৱাৰিলে। এই বৈঠকৰ পিছতে বৃটিছ গৱৰ্ণমেণ্টে ভাৰতবাসীক উপহাৰ দিলে—সাম্প্ৰদায়িক বাটোৱাৰা ( কমিউনেল্-এৱাৰ্ড। ইয়াৰ দ্বাৰা আইন সভাৰ নিৰ্ব্বাচন ক্ষেত্ৰত অনুন্নত শ্ৰেণীৰ কাৰণে সুকীয়া নিৰ্ব্বাচনৰ ব্যৱস্থা কৰা হৈছিল।

মহাত্মাৰ প্ৰতিশ্ৰুতি বজ্ৰতকৈও কঠিন আৰু স্পষ্টতৰ। ভাৰতৰ জাতীয় দেহক খণ্ড বিখণ্ড কৰাৰ আয়োজনত মহাত্মাই কাৰাগৃহৰ পৰাই পূৰ্ব্বৰ প্ৰতিশ্ৰুতি সোঁৱৰাই সেই সময়ৰ প্ৰধান-মন্ত্ৰী মিঃ মেক্‌ডোনাল্ডক জনালে যে—২০ চেপ্তেম্বৰৰ ভিতৰত গৱৰ্ণমেণ্টৰ মত পৰিবৰ্ত্তন নহলে তেওঁৰ জীৱন পণেই এক মাত্ৰ অৱলম্বন হব। দুখৰ বিষয় মহাত্মাৰ গভীৰ আত্ম-প্ৰকাশেও বৃটিছ প্ৰধান মন্ত্ৰীৰ খোপনি লৰাব নোৱাৰিলে।

মহাত্মাই অনশন আৰম্ভ কৰিলে। য়াৰবেদা কাৰাকক্ষৰ প্ৰাচীৰ ভেদি তেওঁৰ বজ্ৰসম বাণী প্ৰতিধ্বনিত হৈ উঠিল—"সত্য ৰক্ষাৰ কাৰণে, সাত কোটী হিন্দুক বহু শতাব্দী ধৰি পদ-দলিত কৰি থোৱা মহাপাপৰ প্ৰায়শ্চিত্তৰূপে মই উপবাস আৰম্ভ কৰিলো।" মহাত্মাৰ অনশন যজ্ঞৰ উত্তপ্ত বায়ুৱে জাতিৰ প্ৰাণত এক অপূৰ্ব্ব উত্তেজনাৰ সৃষ্টি কৰিলে।

অস্পৃশ্য সম্প্ৰদায়ৰ নেতা ডাঃ আম্বেদকাৰকে আদি কৰি সকলোৱে সম্মিলিত ভাৱে ঠিয় দিলে হিন্দু সমাজৰ পতনোন্মুখী গতিটোক ৰোধ কৰিবলৈ। সকলো নেতাই মিলি উক্ত সম্প্ৰদায়ৰ কাৰণে কেইখনমান আসন সংৰক্ষিত কৰি তাক সাধাৰণ নিৰ্ব্বাচনৰে পূৰোৱাৰ ব্যৱস্থা দি এখন আঁচনি প্ৰধান মন্ত্ৰীলৈ অনুমোদনৰ কাৰণে পঠালে। ভাৰতৰ গৌৰৱ-ৰবিৰ প্ৰাণ ৰক্ষাৰ কাৰণে বৃটিছ গৱৰ্ণমেণ্টেও সেই দিনা সাজু হৈ মহানুভৱতাৰ পৰিচয় দিলে। তেওঁলোকে ক্ষীপ্ৰ বেগে য়াৰবেদা চুক্তি স্বীকাৰ কৰি ভাৰত শাসন আইনৰ সংশোধন কৰিলে।

অনশনৰ সপ্তম দিবসতে সাফল্যৰ উজ্জ্বল আভাৰে দীপ্তিমন্ত হৈ মহাত্মাই অনশন ভঙ্গ কৰিলে। যুগ-পুৰুষক আসন্ন মৃত্যুৰ পৰা ৰক্ষা কৰি দেশ-বাসীয়ে স্বস্তিৰ নিশ্বাস পেলালে। মহা তাপসৰ ঐশী প্ৰভাৱত জগত মুগ্ধ হল।

অনশনৰ সময়ৰে পৰা মহাত্মাক মুক্তি দিবলৈ চৰকাৰী মহলত আলোচনা চলিছিল। হঠাতে ১৯৩৩ চনৰ মেই মাহত তেখেতক খালাছ দিয়া হয়। মুক্তিৰ পাছতে ৮ মেইৰ পৰা মহাত্মাজীয়ে নিজৰ আৰু সহকৰ্ম্মী সকলৰ আত্মশুদ্ধিৰ কাৰণে একৈছ দিনীয়া উপবাস পালন কৰে।

ইয়াৰ পাছতেই পুণাত বহা ভাৰতীয় নেতৃ সম্মিলনত কংগ্ৰেছে সমষ্টিগত আন্দোলন উঠাই লৈ ব্যক্তিগত সত্যাগ্ৰহৰ প্ৰৱৰ্ত্তন কৰে. তদনুযায়ী কয়ৰা জিলাৰ ৰামনাথ

নামক ঠাইৰ অধিবাসী সকলক ব্যক্তিগত আইন অমান্যৰ কাৰণে প্ৰস্তুত হবলৈ আহ্বান জনোৱা অপৰাধত গান্ধীজী পুনৰ এবছৰ বিনাশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত হল।

জেলত থকা অৱস্থাত তেখেতে হৰিজন সকলৰ সেৱা কৰিবলৈ সুযোগ বিচাৰি চৰকাৰক আবেদন কৰে। কিন্তু গৱৰ্ণমেণ্টৰ পৰা আগবঢ়োৱা সৰ্ত্তাৱলীত মান্তি হব নোৱাৰি ১৭ আগষ্টৰ পৰা উপবাস আৰম্ভ কৰে। এই উপবাস কালত তেখেতৰ স্বাস্থ্য পৰি অহাত ২৩ আগষ্টৰ দিনা বিনাসৰ্ত্তে মুক্তি পায়।

জেলৰ পৰা ওলাইয়ে গান্ধীজীয়ে প্ৰতিষ্ঠা কৰিলে "হৰিজন-সেৱক-সঙ্ঘ" আৰু হৰিজন আন্দোলন প্ৰচাৰৰ বাহন ৰূপে প্ৰকাশ কৰিলে "হৰিজন" পত্ৰিকা। অনুন্নত ভাই সকলৰ অৱস্থাৰ পৰ্য্যবেক্ষণ কৰিবলৈ মহাত্মা ১৯৩৩ চনৰ ৮ নবেম্বৰত ভাৰত জুৰি ভ্ৰমণাৰ্থে ওলায়। এই ভ্ৰমণত তেখেতে অসমৰ ভালেমান ঠাই পৰিদৰ্শন কৰিছিল। হৰিজন-ভ্ৰমণত লিপ্ত থকা কাল ছোৱাত তেখেতে নিজৰ দুৰ্ব্বলতা অনুভৱ কৰা হেতুকে আত্মবিচাৰৰ গূঢ়াৰ্থ বিচাৰি ১৯৩৪ চনৰ ৭ আগষ্টৰ পৰা ৱাৰ্দ্ধাৰ সত্যাগ্ৰহ আশ্ৰমত সাত দিন উপবাস কটাইছিল। ইতিপূৰ্ব্বেই তেখেতে ছবৰমাটী আশ্ৰম উঠাই দি ৱাৰ্দ্ধাৰ ওচৰৰ সেৱাগ্ৰাম নামে গাৱঁত নতুনকৈ আশ্ৰম প্ৰতিষ্ঠা কৰিছিল। এই ৱাৰ্দ্ধাই আজি গান্ধীজীৰ বুনিয়াদী-শিক্ষাৰ কেন্দ্ৰস্থল ৰূপে জগতৰ

শিক্ষাবিদ্ সকলৰ দৃষ্টি আকৰ্ষণ কৰিছে।

১৯৩৪ চনৰ চেপ্তেম্বৰ মাহত বম্বেত বহা কংগ্ৰেছৰ ৪৮ তম অধিবেশনত মহাত্মাই সেই বৃহৎ অনুষ্ঠানটি পৰিত্যাগ কৰাৰ সংকল্প প্ৰকাশ কৰে। কংগ্ৰেছৰ স্ৰষ্টা আৰু মুক্তি সংগ্ৰামৰ পৰিচালক মহাত্মাৰ এই সিদ্ধান্তত সমগ্ৰ জাতি বিচলিত হৈ পৰে; কিন্তু মহাত্মাজী স্ব-সিদ্ধান্তত অটল হৈ ৰয়। ৰাজনীতিৰ পৰা অৱসৰ লৈ গান্ধীজী কুটীৰ-শিল্প, হৰিজন উন্নয়ন আদি কামত একাণপতীয়াকৈ লাগে।

কংগ্ৰেছৰ পৰা আঁতৰি থাকিলেও গান্ধীজী এই অনুষ্ঠানৰ প্ৰাণ স্বৰূপ আছিল। নতুন শাসনতন্ত্ৰ মতে হোৱা সাধাৰণ নিৰ্ব্বাচনত কংগ্ৰেছে সংখ্যা গৰিষ্ঠতা লাভ কৰে আৰু মহাত্মাৰ সমৰ্থন ক্ৰমে কংগ্ৰেছে মন্ত্ৰীত্ব গ্ৰহণৰ প্ৰস্তাৱ গ্ৰহণ কৰে।

---

## নতুন শাসন-তন্ত্র প্ৰবৰ্ত্তনৰ পাছত।

—:০:—

১৯৩৭ চনৰ ১ লা এপ্ৰিল তাৰিখে ভাৰতত ১৯৩৫ চনৰ ভাৰত শাসন আইন প্ৰৱৰ্ত্তন হোৱাত ৰাজবন্দী আৰু ৰাজনৈতিক বন্দী সকলৰ মুক্তিৰ অৰ্থে মহাত্মাজীয়ে কলিকতালৈ আহি বঙ্গ চৰকাৰৰ লগত মুক্তি সম্পৰ্কীয় আলোচনা চলায়। এই আলোচনাৰ ফল স্বৰূপে ১১০৭ জন ৰাজবন্দীয়ে খালাছ পায়। আন্দামানৰ বন্দী সকলক স্বদেশলৈ স্থানান্তৰিত কৰা প্ৰশ্ন সমাধানৰ বাবেও তেখেতে কাৰ্য্য-পন্থা গ্ৰহণ কৰিছিল।

এইবাৰ কৈশোৰৰ লীলাভূমি ৰাজকোটৰ সমস্যাৱলীয়ে তেওঁৰ প্ৰাণ ব্যাকুল কৰি তুলিলে। সেই ৰাজ্যৰ শাসন সংস্কাৰ সম্বন্ধে তাৰ শাসনকৰ্ত্তাই ছৰ্দাৰ পেটেলক যি প্ৰতিশ্ৰুতি দিছিল, সেই প্ৰতিশ্ৰুতি ভঙ্গৰ প্ৰায়শ্চিত্তাৰ্থে গান্ধীজীয়ে অনশনত প্ৰাণ দিবলৈ সাজু হল। কিন্তু অবিলম্বে বৰলাটৰ পৰা ৰাজকোট সমস্যা মীমাংসাৰ বাবে স্বীকাৰুক্তি পোৱাত গান্ধীজীয়ে পঞ্চম দিবসত অনশন ভঙ্গ কৰে (৭ মাৰ্চ্চ, ১৯৩৯)

চাওঁতে চাওঁতে দ্বিতীয় মহাৰণ আৰম্ভ হল। ভাৰতৰ জনমত উপেক্ষা কৰি বৃটিছ চৰকাৰে ভাৰতক যুদ্ধ-ৰত দেশ বুলি ঘোষণা কৰিলে আৰু ভাৰত-ৰক্ষা অধ্যাদেশ জাৰি কৰি ভাৰতীয় সকলৰ স্বায়ত্ব শাসন ক্ষমতা বিলুপ্ত কৰিলে। এনে অভাৱনীয় ৰাজনৈতিক চাক-নৈয়াত মহাত্মাই পুনৰ স্ব-নিৰ্ম্মিত পাশুপাত অস্ত্ৰ সত্যাগ্ৰহক সম্বল স্বৰূপে লৈ জাতিৰ কাষত ঠিয় দিলেহি। তেখেতৰ নিৰ্দ্দেশ মতে আঠখন প্ৰদেশৰ কংগ্ৰেছী মন্ত্ৰী-মণ্ডলীয়ে পদত্যাগ কৰে।

মহাত্মা গান্ধীৰ পৰিকল্পনা অনুযায়ী ব্যক্তিগত ভাৱে যুদ্ধ-বিৰোধী বক্তৃতাৰে সত্যাগ্ৰহ আৰম্ভ কৰা হল ( ১৭ অক্টোবৰ, ১৯৪০ ) এই কামৰ বাবে গান্ধীজীয়ে শ্ৰীবিনোৱা ভাবেক প্ৰথম সত্যাগ্ৰহী ৰূপে নিৰ্ব্বাচিত কৰিছিল। মহাত্মাৰ মনোনয়ন-ক্ৰমে কেন্দ্ৰীয় আইন-সভা আৰু প্ৰাদেশিক আইন সভা সমূহৰ সদস্য আৰু মন্ত্ৰীবৰ্গ, কংগ্ৰেছ কমিটীৰ সভ্য সকলে যুদ্ধ বিৰোধী প্ৰচাৰ কাৰ্য্য চলাই কাৰাবৰণ কৰিলে। তাৰোপৰি ভাৰতৰ বিভিন্ন প্ৰদেশৰ প্ৰায় ত্ৰিশ হাজাৰ সত্যাগ্ৰহীয়ে গৱৰ্ণমেণ্টক আগজাননী দি সত্যাগ্ৰহ কৰি আন্দোলনৰ বিশিষ্টতা প্ৰমাণ কৰিছিল। ১৯৪১ চনৰ ডিচেম্বৰ মাহত ভাৰত চৰকাৰে, সত্যাগ্ৰহী সকলক মুক্তি দিয়ে।

মহাত্মা গান্ধীয়ে জগাই তোলা ভাৰতবাসীৰ গভীৰ

জাতীয়-চেতনাই বৃটিছ শক্তিক উপলব্ধি কৰালে যে--প্ৰতিবোধৰ ব্যৱস্থা লোৱাতকৈ মীমাংসাত উপনীত হোৱাহে শ্ৰেয়ঃ। এই বাস্তৱ সত্যক উপলব্ধি কৰিয়েই বৃটিছ মন্ত্ৰী সভাৰ পক্ষৰ পৰা মীমাংসা প্ৰস্তাৱ লৈ ১৯৪২ চনৰ মাৰ্চ্চ মাহত ছাৰ ষ্টাফৰ্ড ক্ৰিপ্‌ছ্‌ ভাৰতলৈ আহিল। মহাত্মা গান্ধীয়ে বৃটিছৰ মীমাংসা প্ৰস্তাৱক সূক্ষ্মভাৱে বিশ্লেষণ কৰি "post dated cheque বা অনিশ্চিত ভবিষ্যতত কাৰ্য্যকৰী দলিল বুলি অভিহিত কৰিলে। কংগ্ৰেছেও উক্ত প্ৰস্তাৱ গ্ৰহণ নকৰিলে।

তাৰ পাছত মহাত্মাই হৰিজন কাকতত বৃটিছ শক্তিক ভাৰত ত্যাগৰ দাবী জনায়। বৃটিছ গৱৰ্ণমেণ্টৰ লগত কোনো মীমাংসা সম্ভৱপৰ নোহোৱাত ১৯৪২ চনৰ ৮আগষ্টত বম্বেত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে গান্ধীজীৰ মন্ত্ৰধ্বনি "কুইট্‌-ইণ্ডিয়া" দাবীক গণ-বিপ্লৱলৈ ৰূপান্তৰিত কৰিবলৈ সংকল্প লয় আৰু মহাত্মাজীক এই আন্দোলন পৰিচালনাৰ ভাৰ অৰ্পণ কৰে। সকলো ক্ষেত্ৰতে সত্যাগ্ৰহী সকল অহিংস হোৱাৰ সৰ্ত্ত জনাই গান্ধীজীয়ে নেতৃত্ব গ্ৰহণ কৰিলে। ৯ আগষ্টৰ দিনা মহাত্মা প্ৰমূখ্যে কংগ্ৰেছ কমিটীৰ সমুদায় সদস্য গ্ৰেপ্তাৰ হৈ কাৰাগৃহৰ ভিতৰ সোমাল। কিন্তু মহাত্মাৰ "কৰেঙ্গে--ইয়া—মৰেঙ্গে" এই অমোঘ মন্ত্ৰত দীক্ষিত হৈ সমগ্ৰ জাতিয়ে সদিয়াৰ পৰা খাইবাৰলৈকে, কাশ্মীৰৰ পৰা কুমাৰিকালৈকে একেটি ধ্বনিৰেই প্ৰতিধ্বনি তুলিলে।

১৮৫৭ চনৰ মহাবিদ্রোহৰ পাছত, বৃটিছ ৰাজশক্তিক উচ্ছেদ কৰিবলৈ পুনৰ ভাৰতীয় জনতাৰ বিৰাট অভ্যুত্থান হল।

যুগৰ গতিত বাধা দিবলৈ চৰকাৰে সকলো শক্তি প্ৰয়োগ কৰিলে। কিন্তু ভাৰতৰ জাগ্ৰত শক্তিৰ আগত সাম্ৰাজ্যবাদীৰ দমন-নীতি বালিভেটাৰ দৰে উৰঁলি গল। এহাতে মহাযুদ্ধৰ ঘাত-প্ৰতিঘাতত বিপৰ্য্যস্ত বৃটেইন, আনহাতে দক্ষিণ-পূব-এছিয়াৰ গণ জাগৰণৰ উত্তৰত আতঙ্কিত; সৰ্ব্বোপৰি ভাৰতৰ এই বিৰাট বিস্ফোৰণে সাম্ৰাজ্য-বাদীৰ মেৰ-ঘৰ কঁপাবলৈ ধৰিলে। ইতিহাসৰ গতি পথত ভাৰতত ইংৰাজ শাসনৰ বুনিয়াদ ক্ৰমে শিথিল হৈ আছিল। প্ৰসিদ্ধ আগষ্ট বিপ্লৱৰ পৰৱৰ্ত্তী অধ্যায়েই ভাৰতৰ গৌৰৱ-মণ্ডিত স্বাধীনতা অধ্যায়।

১৯৪৩ চনৰ ১০ ফেব্ৰুৱাৰীৰ পৰা মহাত্মাই পুণাৰ বন্দী-নিবাসত অনশন আৰম্ভ কৰে। সেই সময়ত ভাৰত চৰকাৰে তেওঁক সৰ্ত্তাধীন মুক্তি দিবলৈ প্ৰস্তাৱ কৰাত তেখেতে প্ৰত্যাখ্যান কৰি সফলতাৰে সুদীৰ্ঘ একৈছ দিনীয়া উপবাসৰ অন্ত পেলায়।

অন্তৰীণৰ কাল ছোৱাত গান্ধীজীয়ে দুটি গুৰুতৰ শোক পায়। একান্ত অনুগত সহচৰ আৰু প্ৰাইভেট-চেক্ৰেটেৰী ৰূপে কাম চলাওঁতা শ্ৰীমহাদেৱ দেশাইৰ মৃত্যু শোক পাহৰিবলৈ নৌ পাওঁতেই জীৱন-সঙ্গীনী কস্তুৰবাই

আগা-খাঁ প্ৰাসাদত ৰাজ-বন্দীনী অৱস্থাতে ইহ সংসাৰ ত্যাগ কৰিলে—( ২২ ফেব্ৰুৱাৰী ১৯৪৪ )

আফ্ৰিকাৰ সত্যাগ্ৰহকে আৰম্ভ কৰি ৰাষ্ট্ৰ স্বাধীনতাৰ কাৰণে কৰা শেষ সংগ্ৰামলৈকে এই গৰাকী মহীয়সী নাৰীয়ে প্ৰকৃত অৰ্দ্ধাঙ্গিনীৰ দৰে প্ৰতিটো আন্দোলনতে স্বামীৰ অনুসৰণ কৰিছিল। গান্ধীজীৰ সত্য-অন্বেষণৰ পথত মাতা কস্তুৰবাৰ বৰঙণি অসীম। বন্দীশালৰ চাৰি বেৰৰ ভিতৰতো পূজ্য পতিৰ কোলাত মূৰ থৈ চিৰ বিশ্ৰাম লাভ কৰাৰ সৌভাগ্য বোধ হয় মহাত্মাৰ ওচৰত তেখেতৰ নিৰ্ভাজ আত্মসমৰ্পণৰেই বিধাতা-প্ৰদত্ত যোগ্য পুৰস্কাৰ। তেখেতৰ মৃত্যু'ৰ স্থিত প্ৰজ্ঞ মহাত্মাৰো চকুলো বোৱাইছিল। এই শোকাবহ ঘটনাৰ পাছত ছয় মেই তাৰিখে গান্ধীজীয়ে বিনা-সৰ্ত্তে মুক্তি পায়।

সঙ্গীন-কামানেৰে ভাৰতৰ স্বাধীনতা পিছুৱাই ৰখা অসম্ভৱ ভাবি শাসক-বৰ্গই শান্তিপূৰ্ণ সমাধানৰ পথ বিচাৰি ১৯৪৫ চনৰ জুন মাহত বিশিষ্ট নেতা সকলক মুক্তি দি চিমলাত এখনি নেতৃ সম্মিলন পাতে। বৰলাটৰ আমন্ত্ৰণ ক্ৰমে মহাত্মাজী এই বৈঠকত উপস্থিত আছিল। কিন্তু প্ৰতিক্ৰিয়াশীল দলৰ প্ৰতিকূল মনোভাৱত সম্মিলন ব্যৰ্থতাত পৰিণত হয়।

মহাযুদ্ধৰ বিষম পৰিণতি স্বৰূপে উদ্ভৱ হোৱা বঙ্গৰ দুৰ্ভিক্ষ আৰু মহামাৰীৰ ধ্বংস-লীলা চাবৰ মনেৰে গান্ধীজীয়ে

এই বছৰৰ ডিচেম্বৰ মাহত পীড়িত অঞ্চল সমূহ পৰি-দৰ্শণ কৰে। এই পৰিভ্ৰমণতে বাহিৰ হৈ ,গান্ধীজীয়ে শেষ বাবৰ কাৰণে অসমবাসীক দেখা দি যায়। ১৯৪৬ চনৰ ৯ জানুৱাৰীৰ দিনা গুৱাহাটীৰ জন-সভাত মহাত্মাই ভাৰতৰ স্বাধীনতা নিচেই ওচৰত বুলি সঙ্কেত দিছিল।

এই ভ্ৰমণতে গান্ধীজীয়ে পোন প্ৰথম জন-সভাত প্ৰাৰ্থনা সভাৰ প্ৰবৰ্ত্তন কৰে। মানবৰ চিত্ত শুদ্ধিৰ একমাত্ৰ অৱলম্বন প্ৰাৰ্থনাৰ প্ৰয়োজনীয়তা তেখেতে দ-কৈ অনুভৱ কৰিছিল আৰু নিজে বিভিন্ন ধৰ্ম্মৰ শ্ৰেষ্ঠ বাণী সমূহ সংগ্ৰহ কৰি প্ৰাৰ্থনা সভাত পাঠ কৰিছিল। গান্ধীজীয়ে সপ্তাহত এদিনকৈ মৌণতা অৱলম্বন কৰি ধ্যানস্থ হৈ প্ৰাৰ্থনা কৰিছিল। ইয়াৰ দ্বাৰাই তেখেতে চিৰ-জ্যোতিৰ্ম্ময় শান্তিৰ সন্ধান পাইছিল।

## মন্ত্ৰী-মিছনৰ পৰিকল্পনা আৰু গান্ধীজী।

—•)O(•—

১৯৪৬ চন। এই বছৰটোৰে যেন এটা স্বকীয়া বৈশিষ্ট্য আছে। এই বছৰতে ভাৰতৰ ভাগ্য-চক্ৰ সু-নিয়ন্ত্ৰিত গতিত চলিবলৈ আৰম্ভ কৰে। ১৫ মাৰ্চ্চৰ দিনা শ্ৰমিক-মন্ত্ৰী সভাৰ তৰফৰ পৰা প্ৰধান মন্ত্ৰী মিঃ এট্‌লীয়ে হাউছ-অৱ্‌-কমন্সত দিয়া বক্তৃতাই ভাৰতৰ স্বাধীনতা পথৰ চিৰ-দিনীয়া প্ৰতিবন্ধক দূৰীভূত কৰিলে। প্ৰতি পলে সজাগ হৈ থকা ভাৰতীয় মহা জাতিৰ ৰক্ষক মহাত্মা গান্ধীৰ পক্ষে ই এক শুভ-মূহুৰ্ত্ত।

সেই সময়ত পুণাৰ ওচৰত ক্ষুদ্ৰ গাওঁ এখনিত গান্ধীজী উপবিষ্ট। উপৰুক্ত ঘোষণাৰ এসপ্তাহৰ পিছতে মন্ত্ৰী মিছন ভাৰতবৰ্ষলৈ আহে। বৃটিছ-কেবিনেট মিছনক সাক্ষাৎ দিবলৈ মহাত্মালৈ জৰুৰী আহ্বান আহিল। গান্ধীজীয়ে তেখেতৰ ঋষি-সুলভ দূৰ-দৃষ্টিৰে ভাৰতৰ স্বাধীনতা সন্নিকট বুলি জানিব পাৰি এখনি শ্ৰেণী-হীন আৰু শোষণ-হীন সমাজ প্ৰতিষ্ঠা কৰিবলৈ তেখেতৰ উৰ্ব্বৰ আৰু উচ্চ-চিন্তাধাৰা নিয়োজিত কৰিলে।

মহাত্মাই হৰিজন ভ্ৰাতৃ সকলক সামাজিক বাধা-নিষেধৰ শিকলিৰ পৰা মুকলি কৰিবলৈ বৃদ্ধ শৰীৰ আৰু মনৰ

সমস্ত শক্তিৰে ঠিয় দিলে। "মোৰ জীৱনেই মোৰ বাণী" এই বাক্যক সম্পূৰ্ণৰূপে চৰিতাৰ্থ কৰিবলৈ তেতিয়াৰে পৰা তেখেতে মহানগৰী সমূহৰ ৰম্যপুৰী হেন, প্ৰাসাদৰ পৰিবৰ্ত্তে হৰিজন কুটীৰত থাকিবলৈ ললে।

এপ্ৰিল মাহত চিমলাত মহাত্মা গান্ধী আৰু কংগ্ৰেছী নেতৃবৃন্দৰ লগত বৃটিছ মন্ত্ৰী সভাৰ প্ৰতিনিধিবৰ্গৰ আলোচনা চলে। কংগ্ৰেছে মন্ত্ৰী মিছনৰ পৰিকল্পনা গ্ৰহণ কৰে আৰু গান্ধীজীয়ে জুন মাহত 'হৰিজন' কাকতত অবিলম্বে ভাৰতৰ পৰা বৃটিছ সৈন্য অপসাৰণৰ দাবী জনায়।

কংগ্ৰেছে অন্তৰ্ব্বৰ্ত্তী চৰকাৰত যোগ দিবৰ দিনা গান্ধীজী হৰিজন নিবাসত আত্ম-সন্ধানৰ চৰম পৰীক্ষাত তন্ময়! সেইদিনা পুৱতী নিশাই কংগ্ৰেছী সদস্য সকলৰ কৰ্ত্তব্য বৰ্ণাই এক সতৰ্ক বাণী যুগুত কৰে। এই সন্ধিক্ষণত কংগ্ৰেছে জাতীয় ঐক্য প্ৰতিষ্ঠা, সংখ্যা-লঘিষ্ঠ সমস্যাৰ সমাধান, অবনমিত শ্ৰেণীৰ উন্নতি সাধন, অস্পৃশ্যতা বৰ্জ্জন, খাদী প্ৰচলনকে আদি কৰি অতীত সংকল্পৰ ভিত্তিত নুনাই প্ৰতিজ্ঞাৱদ্ধ হবলৈ গোহাৰি জনায়।

দুৰ্ভাগ্যবশতঃ এই মহা সন্ধিক্ষণত ভাৰতৰ পূৰ-সীমান্ত-ৰক্ষী অসম আকৌ এবাৰ ভীষণ অগ্নি পৰীক্ষাৰ সন্মুখীন হব লগা হয়। মন্ত্ৰী মিছনৰ পৰিকল্পনাত অসমক সমষ্টিভুক্ত প্ৰদেশ ৰূপে ঘোষণা কৰাত অসম হিতৈষী নেতা সকলৰ বিক্ষোভে দেখা দিয়ে।

স্বৰ্গীয় লোকপ্ৰিয় গোপীনাথ বৰদলৈকে আদি কৰি প্ৰবীণ নেতা সকলে কংগ্ৰেছৰ উৰ্দ্ধনত মহলৰ ওচৰ চাপি কোনো সন্তোষজনক ফল নেপাই, এই আগন্তুক বিপদৰ পৰা অসমক ৰক্ষা কৰিবলৈ মহাত্মাজীৰ পৰামৰ্শ আৰু আশীৰ্ব্বাদ বিচাৰোতে মহাত্মাই অভয় দি কৈ উঠিছিল—"অসম যদি নিজে আত্মঘাতী নহয়, ইয়াক কোনেও মাৰিব নোৱাৰে।" মহাত্মাৰ এই মাভৈঃ মন্ত্ৰকে অক্ষয়-কৱচ স্বৰূপে লৈ অসমবাসী নিৰ্ভীক ভাৱে কাৰ্য্যক্ষেত্ৰত আগ বঢ়াত অসমে আজি স্বাধীন ভাৰতৰ মান-চিত্ৰত গৌৰৱৰ ঠাই অধিকাৰ কৰিব পাৰিছে। ধন্য অসমৰ শক্তি সাধনা! ধন্য অসমৰ মহাত্মা-প্ৰেম! এই প্ৰসঙ্গত মহাত্মাজীৰ লগতে বৰদলৈ-জীকো অসমে চিৰকাল কৃতজ্ঞতাৰে সুঁৱৰি থাকিব।



# মানৱতাৰ সেৱাত গান্ধীজী।

—:০:—

স্বাধীনতাৰ সু-প্ৰভাতলৈ প্ৰহৰ গণি থকা ভাৰতৰ ভাগ্যাকাশ আচম্বিতে বিপদৰ ক'লা ডাৱৰে ছাটি ধৰিলে। ১৯৪৬ চনৰ ১৬ আগষ্টত কলিকতাত আৰু অক্টোবৰ মাহত নোৱাখালিত সাম্প্ৰদায়িক অনৈক্যৰ জুই জ্বলি উঠিল। এই বজ্ৰ বাতৰিয়ে অহিংসাৰ ঋষি মহাত্মাৰ প্ৰাণত বিষম শেল হানিলে।

হিন্দু মুছলমানৰ অন্তৰৰ পৰা এই বিষাক্ত বৈৰীভাৱ আঁতৰাবলৈ উদ্যত হৈ অবিলম্বে গান্ধীজী কলিকতালৈ আহিল। তাত এসপ্তাহ কটাই নোৱাখালিলৈ যাত্ৰা কৰি গাৱঁৰ পিছত গাওঁ অতিক্ৰমিবলৈ ধৰিলে। উপদ্ৰুত অঞ্চলৰ ধ্বংস-লীলা নিৰীক্ষণ কৰি মহাত্মাই অহিংসাৰ কৰ্ম্ম-পদ্ধতি পৰীক্ষা কৰিবৰ মনেৰে নিঃসঙ্গ জীৱন যাপনৰ সংকল্প কৰিলে আৰু শ্ৰীৰামপুৰ গাৱঁকেই নিৰ্জ্জন বাসস্থান বিচাৰি ললে।

যিদিনা 'কৰেঙ্গে'—ইয়া—মৰেঙ্গে' প্ৰতিজ্ঞা গ্ৰহণ কৰি ভগবানৰ ইচ্ছা হলে পুব-বঙ্গৰ মাটিত সমাধিস্থ হবলৈ সাজু হৈ সঙ্গী সকলক এৰি, শ্ৰীৰামপুৰ অভিমুখে নৌকা-যোগে পাৰি দিছিল, কোনে ভাবিছিল, সেই

দিনাই মৃত্যুঞ্জয়ী বীৰে নিজে জীৱনৰ অন্তিম প্ৰদীপ শিখা জ্বলাইছিল বুলি ?

এমাহকাল নিৰ্জ্জন-বাসত কটাই বাঞ্ছিত ফল লাভ কৰিব নোৱাৰি মহাত্মাই জুৰি দিলে পদব্ৰজে বিৰামহীন অভিযান। নোৱাখালিৰ প্ৰতিখন গাৱঁে হিন্দু-মুছলমান উভয়ৰে কুটীৰে-কুটীৰে শুনালে মিলনৰ মহাবাণী! তীৰ্থযাত্ৰী মহাত্মাৰ পৰশত ভ্ৰাতৃ-হত্যাৰ পাপেৰে কলুষিত নোৱাখালিয়ে মানৱতাৰ সন্ধান পালে। গান্ধীজীৰ এই পৰিক্ৰমা মনুষ্যত্ব-বোধ জাগ্ৰত কৰাৰেই সাধনা আৰু মানৱৰ বেদনাক স্ব-শৰীৰে গ্ৰহণ কৰাৰ প্ৰচেষ্টা মাত্ৰ।

অত্যাচাৰ জৰ্জ্জৰিত মানৱৰ ক্ষত-বিক্ষত দেহাত সান্ত্বনাৰ প্ৰলেপ দিবলৈ জাতিৰ জনকে দাৰুণ শীতৰ মাজেদি দিন-ৰাতি নগণি নগ্ন-পদেৰে কৰা মহিমাময় অভিযানৰ কথা সুৱঁৰি ভক্তিত শিৰ নত হয়। এই শান্তি স্থাপন-পৰ্ব্ব গান্ধীজীৰ জীৱনৰ মহত্তম অংশ। উভয় দলৰ হিংসা-নলৰ মাজতো মহাত্মাই কৈ উঠিছিল—"হিন্দু মুছলমানৰ মিলনৰ আশা মই কদাপি নেৰো; মোৰ জীৱিত কালত নহলেও মোৰ মৃত্যুৰ পিছত জগতে ইয়াক দেখিব।"

এই সাম্প্ৰদায়িক দাবানলৰ ফিৰিঙতিয়ে অনতিপলমে বিহাৰত নোৱাখালিৰ তাণ্ডৱ-লীলাৰেই পুনৰাভিনয় আৰম্ভ কৰিলে। ঘটনাৰ গুৰুত্বলৈ লক্ষ্য কৰি মহাত্মাজীয়ে পূৰ্ব্ব-

বঙ্গৰ শিবিৰ এৰি বিহাৰত উপনীত হল। তাতো তেখেতৰ শান্তি প্ৰচেষ্টা জয়যুক্ত হয়।

মন কৰিব লগীয়া যে, যিমানেই দুৰ্যোগৰ আৱৰণ ডাঠ হৈ পৰিছিল, সিমানেই মহামানবৰ অন্তৰত ঈশ্বৰ প্ৰেমৰ জেউতি চৰিছিল। আধ্যাত্মিকত্বৰ পৰ্য্যায় ওচৰ চাপি অহাৰ লগে লগে তেখেতে স্বাস্থ্য-ৰক্ষাৰ্থে ঔষধ আদি পৰিহাৰ কৰিলে ; আনকি ডাক্তৰ সকলৰ তেজৰ-ছাপৰ জোখ লবলৈকো নিদিয়া হল।

বিহাৰত থকা কালত বৰলাটৰ আমন্ত্ৰণ পাই গান্ধীজী দিল্লীলৈ যাওঁনা হয় আৰু ক্ৰমান্বয়ে পাৰ্চঁবাৰ বৰলাটৰ লগত ভাৰতৰ ভবিষ্যৎ শাসন-নীতিৰ বিষয়ে গুৰুত্বপূৰ্ণ আলোচনাত যোগ দিয়ে।

১৯৪৭ চনৰ ২০ ফেব্ৰুৱাৰীত বৃটিছ প্ৰধান মন্ত্ৰী মিঃ এট্‌লীয়ে ঘোষণা কৰে যে—১৯৪৮ চনৰ জুন মাহত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিব। কিন্তু এই বছৰৰে ৩ জুন তাৰিখে বৃটিছ গৱৰ্ণমেণ্টে পুনৰায় এটি নতুন পৰি-কল্পনা ঘোষণা কৰিলে। এই পৰিকল্পনাত ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষ দ্বি-খণ্ডিত হৈ ভাৰত আৰু পাকিস্থান—দুখন ডমিনিয়নত পৰিণত হোৱাৰ উল্লেখ কৰা হৈছিল।

ভাৰত বিভাজনৰ প্ৰস্তাৱত গান্ধীজী বৰ্ণণাতীত ভাৱে মৰ্ম্মাহত হয়। কিন্তু জাতিক দীঘলীয়া পৰাধীনতাৰ শিকলিৰ পৰা মুকলি কৰাৰ মানসে, মহাত্মাই উক্ত প্ৰস্তাৱত

সম্মতি জ্ঞাপন কৰিলে। মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতে স্বাধীনতা তীৰত ভৰি দিলে।

১৯৪৭ চনৰ এপ্রিল মাহত মহাত্মাজীয়ে নতুন দিল্লীত বহা "এছিয়া মহা-সম্মিলনী"ত "অখণ্ড বিশ্ব-গঠন" সম্বন্ধে এটি সাৰগৰ্ভ বক্তৃতা দিছিল আৰু হিন্দু-মুছলিম্ ঐক্য প্ৰতিষ্ঠাকল্পে ২৪ ঘণ্টাৰ অনশন পালন কৰিছিল। জুলাই মাহৰ শেষ ভাগত তেখেতে কাশ্মীৰ পৰিভ্ৰমণ কৰে। সেই ঠাইত প্ৰাৰ্থনাস্তিক সভাত বক্তৃতা প্ৰসঙ্গৰ তেখেতে কাশ্মীৰী সকলৰ ইচ্ছানুসাৰেই কাশ্মীৰৰ ভবিষ্যত নিৰ্ণয় হোৱা উচিত বুলি অভিমত প্ৰকাশ কৰে।

পুনৰ কলিকতাত ভ্ৰাতৃ-বিৰোধৰ সংবাদ পাই উদ্বিগ্ন চিত্তে মহাত্মা ততালিকে আহি সেই ঠাইত উপস্থিত হলহি। এইবাৰ তেখেতে এক মুছলমানৰ ঘৰত আশ্ৰয় লৈছিল।



## স্বতন্ত্ৰতাৰ অৰুণোদয় আৰু মহাত্মাজী।

১৫ আগষ্ট! ভাৰতবাসীৰ চিৰ বাঞ্ছিত মহা বস্তু প্ৰাপ্তিৰ দিন! আহা! কি গৌৰৱ মণ্ডিত আছিল সেই ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনটো! যি দিনা মহামানৱ মহাত্মাজীৰ অলৌকিক সাধনাৰ বলত, পৃথিৱীৰ বুৰঞ্জীত প্ৰভুত্ব কৰি থকা শক্তি এটাই নিৰস্ত্ৰ এটা জাতিক স্বেচ্ছাই স্বাধীনতা প্ৰদান কৰিলে।

অগণণ শহীদৰ তপত শোণিতেৰে ৰঞ্জিত, ইতিহাসৰ এই ৰাঙলী দিনটিত বাহ্যিক আড়ম্বৰৰ পৰা জাতিক আঁতৰি থাকিবলৈ মহামানৱে পূৰ্ব্বেই আহ্বান জনাইছিল।

সেই মহান বিজয়ৰ দিনত দেশ-জুৰি আনন্দ মুখৰ জনতাই মুহু-মুৰ্হুঃ গান্ধীজীৰ জয়ধ্বনিত দশোদিশ প্ৰতি-ধ্বনিত কৰিছে; কিন্তু জাতিৰ পিতাৰ তালৈ কাণসাৰ নাই। স্বাধীনতা দিবস উপলক্ষে অনুষ্ঠিত আড়ম্বৰ-পূৰ্ণ মহোৎসৱৰ লগত তেখেত সংশ্ৰৱহীন। হিংসা-জুইত দগ্ধ কলিকতাৰ বেলিয়াঘাটাত মহাত্মা মনুষ্যত্বৰ সাধনাত মগ্ন। এই বেলীয়াঘাটাতেই মহাত্মাই কৈছিল—"মোক ইচ্ছা কৰিলে হত্যা কৰিব পাৰে; কিন্তু মোৰ কাৰ্য্যক হত্যা কৰিব নোৱাৰে।" মৃত্যুৰ দুদিন আগতো তেখেতে

তাকেই কৈছিল—"মোৰ কামৰ ভিতৰত যদি আততায়ীৰ গুলিতো মৰিব লগা হয়, মই হাঁহি মুখেই সেই মৃত্যু বৰণ কৰিম—সেই মৃত্যুয়েই মোৰ কাম্য।"

চেপ্তেম্বৰ মাহৰ প্ৰথম দিনা পুনৰ কলিকতাত অশান্তিৰ সৃষ্টি হল। গান্ধীজীয়ে সেই দিনা অনশন আৰম্ভ কৰি দিলে—শান্তি প্ৰতিষ্ঠা নোহোৱা পৰ্য্যন্ত ভঙ্গ নকৰিবলৈ। উভয় সম্প্ৰদায়ৰ নেতা সকল মিলি শান্তি ৰক্ষাৰ্থে প্ৰতিশ্ৰুতি পত্ৰত স্বাক্ষৰ দান কৰাত ৪ চেপ্তেম্বৰৰ নিশা ন·টা বজাত মহাত্মাই অনশন ভঙ্গ কৰে।

নভেম্বৰ মাহত নতুন দিল্লীৰ অল্-ইণ্ডিয়া-ৰেডিঅ' যোগে মহাত্মা গান্ধীয়ে আশ্ৰয় প্ৰাৰ্থী সকলৰ উদ্দেশ্যে এক গুৰুত্বপূৰ্ণ ভাষণ দিয়ে। উক্ত ভাষণত তেখেতে কৈছিল—"আশ্ৰয়প্ৰাৰ্থী সকলৰ পুনঃপ্ৰতিষ্ঠা নহলে ভাৰত আৰু পাকিস্থানৰ ধ্বংস অনিবাৰ্য্য।"

কেইমাহমানৰ আগতে কলিকতাত দুমুউৱা সাম্প্ৰদায়িকসংঘৰ্ষৰ জুই শোচনীয় আকাৰ লৈ দিল্লীত জ্বলি উঠাত, দেশবাসীক বিব্ৰত কৰি মহাত্মাজীয়ে নৈতিক-অৱনতিৰ পৰা জাতিক ৰক্ষা কৰিবলৈ শেষবাৰৰ কাৰণে জুৰি দিলে—আমৰণ অনশন (১৩ জানুৱাৰী, ১৯৪৮) নেতা সকল চিন্তা সাগৰত বুৰ গল। অৱশেষত শান্তি-কমিটীৰ সভ্য সকলে তেখেতৰ সৰ্ত্ত সমূহ কাৰ্য্যত পৰিণত কৰিবলৈ

প্ৰতিশ্ৰুতি দিয়াত মহাত্মাই ১৮ জানুৱাৰীৰ বেলা ১২—৪০ মিনিটত উপবাস ভঙ্গ কৰিলে।

২০ জানুৱাৰী তাৰিখে দিল্লীত প্ৰাৰ্থনা সভাত নিমগণ থাকোতে তেখেতৰ পৰা ১৫ গজ মাথো আঁতৰত এটি বোমা বিস্ফোৰিত হয়; কিন্তু মহাত্মাজী অকণো বিচলিত নহৈ প্ৰাৰ্থনা সমাপ্ত কৰে। এই ঘটনাত দেশ শাসনৰ কৰ্ণধাৰ সকলে পিছলৈ প্ৰাৰ্থনা সভাত স-শস্ত্ৰ প্ৰহৰীৰ ব্যৱস্থা কৰিব খোজাত গান্ধীজী অমাস্তি হল। কাৰণ তেখেতে মৃত্যুক "অনন্ত-জীৱনৰ সিংহদ্বাৰ বুলিহে অভিহিত কৰিছিল। এই সকলোৰে মূলত আছিল—গান্ধীজীৰ গভীৰ ঈশ্বৰ বিশ্বাস। সেয়েহে, তেখেতে বিষাক্ত আবহাৱাপূৰ্ণ নোৱাখালিত মৃত্যুক উপেক্ষি শান্তি-পৰ্ব্বৰ সূচনা কৰিছিল; সেইদৰে শৰীৰ ৰক্ষকক উপেক্ষা কৰি মৃত্যুক হাঁহি মুখে আলিঙ্গন দিছিল।

সন্মুখত ঘটা দুখ লগা ঘটনা বিলাক দেখি মহাত্মাজীয়ে ১২৫ বছৰ জীয়াই থকাৰ সংকল্প ত্যাগ কৰি কৈছিল— "অন্ধকাৰত আৰু মোৰ জীয়াই থাকিবৰ ইচ্ছা নাই।" পুণ্যাত্মা ঋষিৰ মনঃকামনা পূৰ্ণ হল; ইপ্সিত মৃত্যুৱে অবিলম্বে তেখেতক ধৰা দিলে।

———

## স্বৰ্গলোকৰ আহ্বান।

—:০:—

উস্! সেই অমঙ্গলীয়া ১৯৪৮ চনৰ ৩০ জানুৱাৰী, শুকুৰবাৰটো।

অন্যান্য দিনৰ দৰে সেই দিনাও দৈনন্দিন প্ৰাৰ্থনা সভাত যোগ দিবলৈ মহাত্মাজী আহিল। জনতাই নমস্কাৰ জনাই দুকাষ হৈ প্ৰাৰ্থনা বেদীৰ পথ উন্মুক্ত কৰি দিছে আৰু মহাত্মা বেদী অভিমুখে আগ বাঢ়িছে—এনেতে এক নৰ-পশুৱে বিভলভাৰৰ গুলীৰে জগতৰ মহামানৱক আঘাত কৰিলে। আততায়ীৰ অস্ত্ৰাঘাতত জাতিৰ জনকৰ উলঙ্গ-কোমল বুকুৰ তপত তেজেৰে প্ৰাৰ্থনাভূমি ৰাঙলী হল। তেখেত সংজ্ঞাহীন হৈ মাটিত ঢলি পৰিল। তৎক্ষণাত ধৰাধৰিকৈ তেখেতক বিৰলা-ভৱনৰ ভিতৰ খোটালীলৈ নি এখন চালপীৰাত শুৱাই দিয়া হল। তাতেই ৫—৩৫ মিনিটত শতাব্দীৰ সূৰ্য্য, মৰলোকৰ দুৰ্লভ ৰত্ন মহাত্মাজীয়ে জীৱনৰ শেষ নিঃশ্বাস পেলালে। জীৱনৰ অৰ্ঘ্যৰে মহাপুৰুষে চৰম প্ৰাৰ্থনা সমাধা কৰিলে। অন্তিম মূহুৰ্ত্তত তেখেতৰ পবিত্ৰ মুখত উচ্চাৰিত হল সেই পুণ্য-ধ্বনি—"হে ৰাম!"

মহামানৱৰ আকস্মিক মহাপ্ৰয়াণত পৃথিবীজুৰি সৃষ্টি হল—আন্ধাৰৰ ধুমুহা। প্ৰিয় সন্তান পণ্ডিত নেহৰুৰ আবেগৰুদ্ধ কণ্ঠেদি ধ্বনিত হল "আমাৰ জীৱনৰ চাকি

ঘুমাই গল; চাৰিওপিনে কেৱল অন্ধকাৰ!" পিতৃহাৰা জাতিৰ বুকু ভেদি বলে--অশ্ৰুৰ মহাপ্লাবন! ইথাৰ সাগৰত মহাত্মাৰ প্ৰিয় ভজন "ৰামধুন"ৰ কল্লোল উঠিল; বিশ্ব-বাসীয়ে শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলে।

পূণ্যতোৱা যমুনাৰ পাৰত ৩১ জানুৱাৰী শনিবাৰে আবেলি ৪ বজাত সৰ্ব্বোচ্চ ৰাজকীয় সম্মানেৰে মহাত্মাজীৰ অন্ত্যেষ্টি ক্ৰিয়া সমাপন কৰা হয়। মহানগৰীৰ বুকুত চন্দন কাঠৰ চিতা জুই জ্বলি উঠাৰ লগে লগে সাগৰ-সঙ্কাশ ক্ৰন্দনৰত জনতাৰ মুখেদি ওলাল—"মহাত্মা গান্ধী অমৰ হো গয়ে।"

সূৰ্য্যাস্তৰ লগে লগে এটি দিনৰ অবসানত, এটি যুগৰো অৱসান ঘটাই যুগ-পুৰুষৰ নশ্বৰ দেহা অগ্নি গৰ্ভত বিলীন হৈ গল; অৱশিষ্ট বল মাথো নশ্বৰ দেহাৰ শেষ-চিহ্ন—চিতাভস্ম মুঠি। আদ্য-শ্ৰাদ্ধৰ দিনা ভাৰতৰ সমগ্ৰ নদী-বক্ষতে মহামানৱৰ চিতাভস্ম বিসৰ্জ্জন দিয়া হৈছিল।

জাতিৰ পিতাৰ সমাধি-যজ্ঞৰ জুই কাহানিবাই নিৰ্ব্বাপিত হল হয়; কিন্তু, মহাত্মাই বুকুৰ তেজৰ শলিতা গছিৰে যি গছি বন্তি জ্বলাই থৈ গৈছে সেই অনিৰ্ব্বাণ দীপ-শিখা নুমাব নোৱাৰে। জাতিৰ এন্ধাৰ পথত ইয়েই যাউতি-যুগীয়া আলোক-স্তম্ভ হৈ ৰব।



# কিতাপ পোৱাৰ ঠিকনা।

১। লিখিকা ঃ—তেজপুৰ, অসম।

২। 'দিল্-আৰাম' ঃ—যোৰহাট, অসম।

৩। মেচাৰ্চ—বি, আৰ, কলিতা এণ্ড কোং ঃ-
তেজপুৰ।

৪। অসম বুক ষ্টল ঃ—মঙলদৈ, অসম।

——:০:-


তেজপুৰ, ভাৰতী প্ৰেছত,
শ্ৰীভাবিৰাম কলিতাৰ দ্বাৰা মুদ্ৰিত।